প্ৰকাশক
পুষ্পলতা প্ৰকাশন
১৪, ভাস্কৰ নগৰ
ভাস্কৰ বিদ্যাপীঠ পথ
গুৱাহাটী-৭৮১০২১

প্ৰথম সংস্কৰণ
ডিচেম্বৰ, ২০০৮

বেটুপাত
হৰেকৃষ্ণ তালুকদাৰ

পৰিবেশক
অশোক বুক ষ্টল
পাণবজাৰ
গুৱাহাটী-৭৮১০০১

মূল্য : ষাঠি টকা

মুদ্ৰক : মিনিঅ'ন প্ৰিন্টাৰ্ছ
শৰ্মা মাৰ্কেট,
গুৱাহাটী-৩

**BIJANU**
*A Short Story collection written by*
*Dr. Rati kanta Pathak and Published by*
*'Puspalata Prakashan,'*
*Price Rs.60/-*

# মনৰ দুৱাৰ মেলি

শৈশব-কৈশোৰত চোতালত ঢাৰি-পাটী পাৰি বহি বা শুই শুই, গাত বিচনীৰ বা লগাই লগাই মোৰ স্বৰ্গীয় বাবা আৰু স্বৰ্গীয়া আইৰ মুখত নানা ধৰণৰ গীত-মাত, সাধুকথা শুনিছিলো। তেতিয়া মনটোৱে এখন সপোনৰ ৰাজ্যত, কল্পনাৰ ৰাজ্যত বিচৰণ কৰিছিল। হাইস্কুলত পঢ়া কালত অধুনালুপ্ত 'নতুন অসমীয়া' আৰু সাপ্তাহিক 'অসমবাণী'ৰ উপৰিও গাঁৱৰ ৰাজহুৱা পুথিভঁৰালৰ পৰা আনি গল্প, উপন্যাস পঢ়িছিলো। ককাইদেউ বিনোদ পাঠকে 'অসমবাণী'ত গল্প, কবিতা প্ৰকাশ কৰিছিল। তাকে দেখি লুকাই-চুৰকৈ হ'লেও কিবা এটা লেখাৰ বাবে মোৰো প্ৰবল ধাউতি হৈছিল। সেয়াই আৰম্ভণি।

১৯৭৩ চনত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীলৈ আহিলো। 'অসমবাণী'ৰ 'মইনাৰ চ'ৰা'ত লাহে লাহে নিয়মিত ভাবে সৰু সৰু শিশু উপযোগী গল্প প্ৰকাশ পাবলৈ ল'লে। নিজৰ আত্মবিশ্বাস বাঢ়িল। ১৯৭৫ চনত আকাশবাণীৰ যুৱবাণীৰ 'আজিৰ সাহিত্য' অনুষ্ঠানৰ যোগেদি গল্প প্ৰচাৰৰ সুযোগ পালো। সেইবছৰতে কলেজ আলোচনীত প্ৰকাশিত 'হৃদয় ' নামৰ গল্পটো পঢ়ি প্ৰয়াত তফজ্জুল আলি ছাৰ আৰু গ্ৰন্থাগাৰিক ভুবন মোহন মহন্তই মোক প্ৰেৰণা দিলে। যুৱবাণীত প্ৰচাৰিত গল্প 'এন্দুৰ'ক আকাশবাণীৰ সেইসময়ৰ আলোচনী 'আকাশী'ত প্ৰকাশ কৰি মোৰ প্ৰতিভাক আন এক স্বীকৃতি দিলে। তাৰ পিছৰে পৰা সৰু-বৰ নানা আলোচনীত ভালেমান গল্প প্ৰকাশ পালে। এই ক্ষেত্ৰত সেই সময়ৰ যুৱবাণীৰ দুজন প্ৰযোজক নবীন বৰুৱা ('কটন কলেজ' উপন্যাসৰ বাবে বিখ্যাত) আৰু প্ৰয়াত ধীৰেন ৰাভা, আকাশবাণীৰ শিল্পী আৰু 'জোনবিৰি'ৰ সম্পাদক আৰতি দাস বৈৰাগী, সাংবাদিক, সম্পাদক প্ৰয়াত বেণীমাধৱ, অনুজ প্ৰতিম 'শ্ৰীময়ী'ৰ সম্পাদক মনোজ কুমাৰ ভট্টাচাৰ্যৰ নাম ল'বই লাগিব। মোৰ নবৌ ড° মঞ্জুশ্ৰী পাঠক,

কটন কলেজৰ হিন্দীৰ বিভাগৰ প্ৰবক্তা মোৰ ভতিজা ড° ভূষণ চন্দ্ৰ পাঠক, সহকৰ্মী বন্ধু কবি, সমালোচক ড° পূৰ্ণ ভট্টাচাৰ্য, ড° অঞ্জলি ভূঞা ডেকা, ড° ৰূপা ডেক' পাটিৰ, ড° জীনৎ আহমেদ দাস আৰু 'ভতিজা-জোৱাই' ফণীধৰ কাকতি তথা আন বহুতে মোৰ গল্প পঢ়ি সদায় উৎসাহ দি গল্প লিখাৰ সোঁতটো বন্ধ হোৱাৰ পৰা কথমপি বচাই ৰাখিছে।

বাণিজ্যৰ ছাত্ৰ আৰু শিক্ষক হৈও এনেদৰে কেতিয়াবা মনৰ তাগিদাত কেতিয়াবা বন্ধু বা আত্মীয়জনৰ তাগিদাত, কেতিয়াবা কোনো কোনো আলোচনীৰ সম্পাদকৰ তাগিদাত তিনিকুৰি মান গল্প ৰচনা হ'ল যদিও সেইবোৰ আলোচনীৰ পাততে থাকিল। দুটা-এটা হেৰালো। কিতাপৰ আকাৰ নাপালে। আনহাতে ধাৰাবাহিকতাৰ অভাবত ইমানবোৰ গল্প প্ৰকাশ হোৱাৰ পিছতো 'গল্পকাৰ ' হিচাপে উপযুক্ত চিনাকি নোপোৱাৰ বেজাৰ এটাও মনত থাকি গ'ল।

এনে এক পটভূমিত মোৰ প্ৰথম গল্প সংকলন 'বীজাণু'ৰ বীজ অংকুৰিত হ'ল। পাঠক সকলক মোৰ গল্পৰ ধাৰাটোৰ সৈতে চিনাকি কৰি দিয়াৰ অৰ্থে ইয়াত ১৯৭৫ চনৰ পৰা ২০০৭ চনলৈ ৰচিত আৰু সুদীৰ্ঘ বত্ৰিশ বছৰত প্ৰকাশিত পৈণত-অপৈণত বয়সৰ একুৰি এটা গল্পক স্থান দিয়া হৈছে।

ইয়াত আশীৰ দশকৰ অসম আন্দোলনৰ পটভূমিত ৰচিত 'জননী' নামৰ গল্প এটা আছে। কেইটামান গল্পৰ পটভূমি অসমৰ সন্ত্ৰাসবাদ। 'অনুভূতি' আৰু 'হুল' নামৰ গল্প দুটা নাৰী হৃদয়ৰ অনুভূতি আৰু বেদনা প্ৰকাশৰ এক বিনম্ৰ প্ৰয়াস। 'আলহী', 'প্ৰদৰ্শনী' আৰু 'প্ৰেম' নামৰ গল্প কেইটা হাস্য-ব্যঙ্গ ৰসৰ। বাকী আটাইখিনি গল্পৰ মূল উপজীব্য হ'ল সামাজিক অন্যায়, দুৰ্নীতি, অসমতা আৰু মূল্যবোধৰ অবক্ষয়। গল্পবোৰ পঢ়োঁতে তাৰ ৰচনা কাল আৰু সমসাময়িক আৰ্থ-সামাজিক পটভূমি মনত ৰাখি পঢ়িবলৈ পাঠক সমাজক অনুৰোধ জনালো।

মোৰ আটাইতকৈ প্ৰিয় গল্পকাৰ হ'ল ড° ভবেন্দ্ৰনাথ শইকীয়া। তেখেতৰ আটাইকেইখন গল্প সংকলন পঢ়িছোঁ, সযতনে ৰাখিছোঁ। দুই-এক পাঠক বন্ধুৱে ক'ব খোজে— মোৰ গল্পত হেনো শইকীয়া ছাৰৰ গল্পৰ প্ৰভাৱ আছে। প্ৰতিজন লেখকৰে একো একোটা নিজস্ব শৈলী থাকে। প্ৰিয় গল্পকাৰ গৰাকীৰ ভাল লগা দুটা এটা শৈলী বা কৌশলৰ প্ৰভাৱ হয়তো পৰিব পাৰে। সেয়া ডেকা বয়সত কোনো নায়ক-নায়িকাৰ দৰে চুলিখিনি আচোৰা বা সাজ-পোছাক, চাল-চলন আদি অনুকৰণ কৰাৰ দৰে কথা। সি বাহ্যিকহে, ভিতৰৰ মানুহটো নিজৰ হৈয়ে থাকে।

এইখিনিতে মোৰ সহধৰ্মিণী পুষ্পলতাক (ববী) ধন্যবাদ দিবই লাগিব। কাৰণ তেওঁ হেঁচা নিদিয়া হ'লে 'বীজাণু' পাঠকলৈ নিবিয়পি আলোচনীৰ পাততে নাশ হ'লহেতেন। 'মিনিঅ'ন প্ৰিন্টাৰ্ছ'ৰ স্বত্বাধিকাৰী বন্ধুবৰ প্ৰতুল ৰাজকুমাৰেও 'মই কৰি দিম নহয়' বুলি দায়িত্ব লোৱাত কামটো উজু হ'ল। তেখেতলৈ কৃতজ্ঞতা যাচিলোঁ।

শেষত শিল্পী হৰেকৃষ্ণ তালুকদাৰলৈ মৰম আৰু ধন্যবাদ জনাই মনৰ দুৱাৰ মেলি সহৃদয় পাঠকসকলক ভিতৰলৈ আমন্ত্ৰণ জনালো।।

১৪, ভাস্কৰ নগৰ,
গুৱাহাটী-২১

ৰতিকান্ত পাঠক

# ২১ গল্প

# ভদ্ৰলোক

হ'ল বুলিনো ৰ'দটো এনেকৈ দিব লাগেনে? দিয়া-নিদিয়াত আমাৰ হাত নাই। প্ৰকৃতিৰ মৰ্জি। পিছে মানুহৰ ভাল লগা, বেয়া লগা, কষ্ট হোৱা, আৰাম লগা আদি ধৰণৰ কথা এটাও আছে। টকা-পইচাৰ দৌৰত মানুহে সকলো সীমা অতিক্ৰম কৰাৰ কথা জানো। এতিয়া দেখিছোঁ ৰ'দ-বৰষুণেও সীমা নমনা হ'ল। টঙটঙীয়া, ঢিকা-ফটা ৰ'দ। কি খাওঁ খাওঁ মূৰ্তি! ভেমত ওফন্দি থকা পত্নীৰ মুখৰ দৰে হ'ব লাগে বাৰিষাৰ আকাশ। নাই, ক'তো এচপৰাও ডাৱৰ নাই। বাতৰি কাকতৰ এচুকত 'উৎকৎ গৰমত জীয়াতু ভুগিছে নাগৰিকে' জাতীয় দুটা এটা খবৰ ছপা হৈছে। বতৰ বিজ্ঞানীৰ মতামতো ওলাইছে। গুৱাহাটী আৰু ইয়াৰ উপকণ্ঠ অঞ্চলত অহা দুদিনত তাপমাত্ৰা আৰু বাঢ়িবহে পাৰে। যেন দিল্লীৰ সদনহে। কি সাংঘাতিক তাপমাত্ৰা! বিৰোধী পক্ষত তাপমাত্ৰা বাঢ়িছে। বাঢ়িছে শাসক দলৰ চোতালত। অসম আৰু ইয়াৰ সীমান্তত। কাশ্মীৰত, ইৰাকত। উত্তৰ প্ৰদেশত। তাপমাত্ৰাই উত্তাপ বঢ়াইছে শংকৰদেৱ উদ্যানত, বালাজী মন্দিৰত। শীত-তাপ নিয়ন্ত্ৰিত দামী ৰেষ্টোৰাত। ক'ৰবাত মনৰ উত্তাপ, ক'ৰবাত দেহৰ উত্তাপ। ঠাণ্ডা বটল, আইচক্ৰীমৰ

ৰমৰমীয়া বজাৰেৰে বহুজাতিক কোম্পানীয়ে ধনৰ উত্তাপো বঢ়াইছে। ফেন, ফ্ৰীজ, এয়াৰ কুলাৰে বিলৰ উত্তাপ বঢ়াইছে। এনেবোৰ সুবিধাৰ পৰা বঞ্চিতা ঘৈণীয়েকবোৰৰ মগজুৰ তাপমাত্ৰা ঘনাই উঠা-নমা কৰিছে। পাগঘৰটোৱে পেটৰ দায়িত্বত কথমপিহে 'তলাবন্ধ' কাৰ্যসূচীৰ পৰা ৰেহাই পাইছে।

কথাবোৰ ভাবি ভাবি অফিচলৈ ওলাইছোঁ। চিটিবাছেৰে। ডাক্তৰবোৰ চিটিবাছত নুঠে। উঠাবোৰৰ বাবে কিমান গ্ৰাম অতিৰিক্ত কেল'ৰীৰ প্ৰয়োজন হয়? কোনো ডাক্তৰে ক'তো কোৱা শুনা নাই। বিশেষকৈ এনে গেলা গৰমত। চান্‌মাৰিৰ ফ্লাইঅভাৰখন পাৰ হৈ গুৱাহাটী ক্লাব মুৱা হ'লেই মগজুৰ, শৰীৰৰ তাপমাত্ৰা বাঢ়ে। এক অসহ্যকৰ বিৰক্তিবোধে জুমুৰি ধৰে। টেলিফোনৰ বিল, ইলেক্‌ট্ৰিচিটিৰ বিল দিবলৈ গৈ এটা দীঘল শাৰীৰ শেষৰ ফালে থিয় হোৱা গ্ৰাহকজন যেন লাগে। ঘনে ঘনে হাতৰ ঘড়ীটো চাই এবাৰ সন্মুখৰ ফালে থকা কাউণ্টাৰৰ পৰা কেইজন ওলাই গ'ল, পিছফালে আহি আৰু কেইজন থিয় হ'ল— তাক চোৱাত বাহিৰে কৰিবলগীয়া একো নাথাকে। ৰ'দটোৱে এইকণ ৰাস্তাত আৰু এটা সুযোগ লয়। বাছত ভিৰ, হেঁচা-ঠেলা। তলফালে জোতা-চেণ্ডেলৰ চুমা-চুমি, অপূৰ্ব মিলন! গুৱাহাটীৰ সাধাৰণ নাগৰিকৰ জীৱনৰ এয়া এক এৰাব নোৱৰা অঙ্গ। তাত কাৰো আপত্তি নাই, অভিযোগ নাই, প্ৰতিবাদ নাই। ভিতৰত শ্বাসৰুদ্ধ অৱস্থা। বাছৰ চকা ঘূৰিবলৈ পৰা নাই। ঘূৰাৰ সুযোগ বন্ধ হৈছে। ট্ৰেফিক জাম। পথছোৱা পাৰ হোৱাৰ সময়খিনি হিচাপ কৰি ৰিক্সাৱালা, ঠেলাৱালা, অটোৱালা, নামী-দামী গাড়ীৱালা, চিটিবাছৰ ড্ৰাইভাৰ, হেণ্ডিমেন, পদচাৰী সকলোৱে চাগে ভাবে— বিকল্প ক'ত? হঠাতে চাইৰেণ বজাই ৰঙা লাইট জ্বলাই তীব্ৰবেগেৰে পাৰ হৈ যোৱা গাড়ী কেইখনলৈও মনত পৰে। নিজকে এবাৰ ভি. আই. পি.ৰ ৰূপত, মন্ত্ৰীৰ ৰূপত চাবলৈ বৰ মন যায়। আহ! সময়ৰ কি যে মূল্য! পৰা হ'লে অফিচটোকে ঘৰৰ ওচৰ চপাই ল'লোহেঁতেন। নাই নোৱাৰি। নিজে কিবা প্ৰকাৰে হ'লেও অফিচৰ ওচৰ চাপিব লাগিব। কৰ্তব্যৰ খাটিৰত নহ'লেও জীয়াই থকাৰ তাড়নাত। তাকো সঠিক সময়ত। নহ'লে বচে ৰঙা দাগ দিব, দুটা কথা শুনাব।

মানুহজন বৰ কাঢ়া। নিয়ম ভাঙি ভাঙি এতিয়া নিয়ম মনা জনকেই কাঢ়া বুলি কয় হ'বলা! বহীৰ ৰঙা দাগটোতকৈ এতিয়া এইটো বয়সত বুকুত বহা কথাৰ দাগটোলৈহে বেছি ভয়। গতিকে নিজৰ টাইম নিজে মেনেজ কৰিব লাগিব। কলেজত পঢ়া দিনত হৰমুৰকৈ আহি ক্লাচত সোমোৱা, ক্রিকেট খেলি ভাল পোৱা শৰ্মা ছাৰে কোৱাৰ দৰে দহ বজাৰ ট্রেইনখন বাৰ বজাত গ'লে পোৱা নাযায়। সঠিক কাম সঠিক সময়তে কৰা উচিত। 'ডু দ্যা ৰাইট্ থিং ইন ৰাইট্ টাইম।' কথাখিনি ঠিকেই বুজিছিলো। পিছে জীৱনত বহুকেইটা সঠিক কাম সঠিক সময়ত কৰা নহ'ল। বিয়াখন বৰ দেৰিকৈ পাতিলো। কিয় পাতিলো তাৰ বকলা মেলাৰ ইচ্ছা নাই। কিছুমান কথা আনক নোকোৱাটোৱে হেনো মঙ্গল। বিশেষকৈ বিয়াৰ পিছত। লেট মেৰেজৰ ফলাফলটো পাই থৈছোঁ। ল'ৰা-ছোৱালীহাল তেনেই সৰু হৈ আছে। 'ভাৰাতীয়া'ৰ পৰা 'মালিক'লৈ উত্তৰণ নঘটিল। ঘটাৰ আশাও ক্ষীণ। সঠিক সময়ত টকা-পইচা কৰাৰ সঠিক উপায় এটা নোপোৱা বাবেই বোধহয় এনে হ'ল। দুজনমান বন্ধু-বান্ধবৰ পৰামৰ্শত এবাৰ পাহাৰ-চাহাৰতে মাটি এটুকুৰা লোৱাৰ বাবে চিন্তা এটা আহিছিল। সেই বছৰতে শ্ৰীমতীৰ চিজাৰিয়ান হ'ল। পাহাৰত উঠাৰ আশা তিমানতে বাদ দিলো।

গুৱাহাটীৰ বাট-পথবোৰ সৰু সৰু মটৰগাড়ী, দুচকীয়া যানেৰে উপচি পৰিল। এটা সময়ত, গাঁৱৰ পৰা আহি গুৱাহাটীত প্ৰথম ভৰি দিয়াৰ সময়ত বৰ ডাঙৰ ডাঙৰ যেন লগা ৰাস্তাবোৰ এতিয়া বৰ সৰু সৰু যেন লগা হৈ গ'ল। আমি পিছে বাছতেই ওলমি থাকিলো। ভাৰাঘৰটো অলপ ভিতৰুৱা ঠাইত। কাৰণটো একেবাৰে চিধা। দুপইচা চেভ কৰাৰ ইচ্ছা। শ্ৰীমতীয়ে বৰ কষ্টেৰে ল'ৰা-ছোৱালীহালক আধা খোজ কঢ়াই, আধা বাছত তুলি স্কুললৈ অনা-নিয়া কৰে। মুখেৰে কিবাকিবি কৈ থকা শুনো। তাকে বকনি বোলে হ'বলা। সেইবোৰ এতিয়া ৰাতিপুৱা ৰেডিঅ'ত বাজি থকা গীতিমালিকাৰ গান যেন লাগে। সদায় বাজে, একে সুৰীয়া, একঘেয়ামি। কাৰো অন্তৰ চুই নাযায়। তেওঁ, মানে শ্ৰীমতী হাউচ ৱাইফ। অফিচত কাম নকৰা ৱাইফবোৰৰ কামৰ

কোনো নির্দিষ্ট তালিকা নাথাকে। কামেই কাম। এয়া আমাৰ নহয়, শ্ৰীমতীৰ দৈনন্দিন অভিযোগ। আমি চৰকাৰী অফিচৰ কেৰাণী। চেণ্ট্ৰেল নহয়, ষ্টেটৰ। গ্ৰেড্‌টো যথেষ্ট তলত। পেটে ভাতে খাই থাকিব পৰা জোখেৰে দৰমহা কেইটা পাওঁ। অতিৰিক্ত বা দুই নম্বৰী পইচা নাই। থাকিলেও সেই ৰাস্তাটোৰে খোজ নেপেলোৱাৰ সংকল্প এটা কলেজত পঢ়ি থাকোঁতেই লৈ থৈছিলো। তাকেই বুৰ্বকৰ দৰে মূলধন কৰি আদৰ্শ নাগৰিকৰ ছীল এটা নিজে মাৰি লৈছোঁ।

বাছখনে বহুসময় অগা-পিছা নকৰা যেন লাগিল। ক'ত কি হৈছে খিৰিকীৰে চোৱাৰ উপায় নাই। উৰ্দ্ধবাহু হৈ থকা যাত্ৰী, বহা যাত্ৰীৰ চাৰিগুণ মান হ'ব। চাৰ্ট পেণ্টৰ তলৰ বস্ত্ৰখিনি ইতিমধ্যে ঘামত তিতি শৰীৰত লেপেটখাই ধৰিছে। হেণ্ডিমেনজনে বাছৰ ব'ডীটোত মাজে মাজে থপৰিয়াই আছে। সেয়া কৰোবাক চাইড দিবলৈ দিয়াৰ ইঙ্গিত নে সিহঁতৰ একপ্ৰকাৰৰ 'মেনিয়া' বুজি নাপালো। চাধা পিহি থকা মানুহজনে শব্দ হোৱাকৈ হাতৰ চাপৰ কেইটা প্ৰয়োজন নে আন কিবা কাৰণতহে মাৰে, এনেবোৰ কথাৰ উত্তৰটো বিচাৰি উলিওৱা টান। মাজতে বাছখন অৱস্থান কৰি থকা অৱস্থাতে লেডীজ চিটৰ কাষত চুৰচুৰিয়াকৈ বাক্-বিতণ্ডা এটাও হৈ গ'ল। থিয় হৈ থকা মহিলা এগৰাকীয়ে কাষৰ ডেকা এজনক ক'লে— 'ইমানকৈ ঠেলিছা কিয়হে, দেখা নাই নেকি?' ডেকাজনৰ ধৈৰ্য্য-সহ্য কম চাগে। তেওঁ একপ্ৰকাৰে গৰগৰাই উঠিল— 'কোনে কাক ঠেলিছে? গাত লগাৰ ইমানেই যদি ভয় বাছতনো উঠে কেলেই?' এইবাৰ মহিলাৰ তাপমাত্ৰা বাঢ়িল। তেওঁ চকু পকাই ক'লে— 'বাছত উঠা-নুঠাটো আমাৰ কথা, তুমি ক'বলৈ কোনহে?'

'ইমানবোৰ মাইকী মানুহ থাকোঁতে আপুনিনো মোক ক'বলৈ কোন?'

'হেৰা ভাইটি, মনে মনে থাকাহে। তিৰোতা মানুহ। অকণমান সন্মান কৰিবাচোন।' আদহীয়া লোক এজনে দৃশ্যটোত প্ৰবেশ কৰি নাটকৰ যৱনিকা টানিলে। মাত্ৰ ঘোষকৰ দৰে মাত এটা শুনা গ'ল— 'দিব, দিব, ভাৰাবোৰ দিব, ক'ত যাব আৰু এটকা দিব, চেপি যাব।'

এবাৰ ড্ৰাইভাৰৰ আগৰ আয়নাৰে সন্মুখভাগ চকুত পৰিল। ক'তো

অকণমানো ফাঁক নাই। দুজন ট্ৰেফিক পুলিচে ট্ৰাক এখনৰ ওচৰত থিয় হৈ কাৰোবাৰ লগত তৰ্ক বিতৰ্ক আৰম্ভ কৰিছে। 'নো-পাৰ্কিং' লিখা নামফলকখনক ভেঙুচালি কৰি তাৰ কাষতে ট্ৰাকখন পাৰ্ক কৰা হৈছে। খিৰিকীৰ কাষত বহি থকা যাত্ৰী এজনে ক'লে— 'মিলিটাৰীৰ ট্ৰাক'। 'খোজে প্ৰতি ডিচিপ্লিন শিকা এই মিলিটাৰীবোৰে ন' এন্ট্ৰি, ন'-পাৰ্কিং একো নামানে। যি খুচী তাকে কৰে।' আন এজনে মন্তব্য কৰিলে।

বুজা গ'ল ট্ৰেফিকজামৰ এক অন্যতম কাৰণ হ'ল ট্ৰাকখন। দুই এজনকৈ বাছৰ পৰা, ওচৰৰ দোকানৰ পৰা, ফুটপাথৰ পৰা মানুহবোৰে গৈ ট্ৰাকখনৰ ওচৰত লাহে লাহে জুম বান্ধিলে। বৈ থকা বাছখনৰ পৰা নামি, ফুটপাথত উঠি আমিও কিছু আঁতৰৰ পৰাই ঘটনাৰ উম লোৱাৰ যত্ন কৰিলো। পুলিচ আৰু মিলিটাৰীৰ গৰম গৰম কথাৰ তাপমাত্ৰা কিমান ডিগ্ৰীলৈ উঠিছে জোখ লোৱা সম্ভৱ নহ'ল। কথাৰ সাৰমৰ্মখিনি এনেদৰে বুজিলো— সিহঁত বজাৰ কৰিবলৈ আহিছে। দোকানৰ সন্মুখত গাড়ী নাৰাখি ক'ত ৰাখিব। আৰ্মিবোৰ চিভিলিয়ান নহয়। প্ৰয়োজনত য'তে ত'তে গাড়ী ৰখাৰ অধিকাৰ সিহঁতৰ আছে। পুলিচে কৈছে— এইখন যুদ্ধক্ষেত্ৰ নহয়, চহৰৰ ব্যস্ত ৰাস্তা। আৰ্মিয়ে হওক, ট্ৰেফিক ৰুল ৰুলেই। সকলোৰে বাবে একে। এইটো নো-পাৰ্কিং এৰিয়া। ইয়াত ট্ৰাকখন এনেদৰে পাৰ্ক কৰা বাবেই গাড়ী জাম হৈ গৈছে। গাড়ীখন এতিয়াই আঁতৰাব লাগে।

ইতিমধ্যে দোকানৰ পৰা কিবাকিবি বস্তু লৈ বাকী কেইজন মিলিটাৰী আৰু ড্ৰাইভাৰজন আহি পালে। হাতত ৰাইফল লৈ দুজনে দুফালে গাৰ্ড দি আহিছে। আঙুলি এটা ট্ৰিগাৰতে আছে। ভয়েই লাগে। কিবাকৈ হেঁচা এটা খালে হ'ল আৰু! কাৰ বুকুৰেদি সৰকি যায় কোৱা টান। হিন্দীতে নে পাঞ্জাবীতে কিবাকিবি ভোৰভোৰাই সিহঁত গাড়ীত উঠিল। লাহে লাহে গাড়ীখন আগবাঢ়িল। জামটো সামান্য ভাগিল। অতবেলি শুই থকা গাড়ীবোৰ একে সময়তে হুৰমুৰকৈ সাৰপাই লৰচৰ কৰিবলৈ ধৰিলে। চেগ বুজি উদণ্ড ডেকাৰ মটৰ বাইক দুই এখন খলা-বমা ফুটপাথৰ ওপৰেদিয়ে পাৰ হৈ গ'ল।

যেন অলিম্পিকৰ ৰেচতহে ভাগ লৈছে, সামান্য পলম হ'লেই মেডেলটো হেৰুৱাব।

চলিবলৈ ধৰা যেন দেখি আমি জাপ মাৰি পুনৰ বাছখনত উঠিছোঁহে, আকৌ লাগিল লেঠা। বাছৰ সন্মুখতে আছিল এখন ৰিক্সা। তাৰ সন্মুখত এখন ধুনীয়া নতুন বিদেশী গাড়ী। ভিতৰত এহাল ভদ্ৰলোক-ভদ্ৰ মহিলা। হঠাৎ কি হ'ল জানো! গাড়ীখন চলা যেন পাই সি ৰিক্সাখন আগবঢ়াই দিলে। ৰিক্সাৰ আগ চকাটোৱে গাড়ীখনত খুন্দা মাৰিলে। ভদ্ৰলোকে দেখা পাই দৰ্জা খুলি এবেকোবে নামি আহি ৰিক্সাৱালাটোৰ গালত প্ৰচণ্ড জোৰেৰে দুটামান চৰ সোধাই দিলে। লগতে এসোপামান অবৈজ্ঞানিক গালি-গালাজ। সি বেচেৰা বেঙেমুতা গৰুৰ দৰে থৰ লাগি থিয় হৈ থাকিল। দৃশ্যটো সামান্য দূৰৰ পৰা আমিও উপভোগ কৰিলো। গাড়ীখনত আমি দেখাত ক'তো একো আঘাত লগা নাই, চিকচিকিয়া ৰঙটোত অকণো আচোৰ পৰা নাই।

ভদ্ৰলোক গৈ পুনৰ গাড়ীত বহিল। শীত-তাপ নিয়ন্ত্ৰিত যন্ত্ৰটোৰ চুইচটো টিপি দি তেওঁ মগজুৰ তাপমাত্ৰা নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰিলে। গাড়ীখন আগবাঢ়িল। ওচৰতে থকা পুলিচজনে ঘটনাটো দেখিলে। সি ওচৰ চাপি আহি ৰিক্সাখনৰ ব'ডীটোত দুকোবমান মাৰি সেইখন ফুটপাথৰ ওচৰত থিয় কৰাৰ নিৰ্দেশ দিলে। অলপ পিছত চেগ বুজি পুলিচজনে তাৰ পৰা নিশ্চয় লাইচেঞ্চ বিচাৰিব। টেক্সৰ কাগজ চাব। ট্ৰেফিক ৰুলৰ কথা ক'ব। সি অসমীয়া, মিঞা নে বিহাৰী তাৰো গম ল'ব। সেইমতে পুলিচজনে এটা ৰেট বান্ধিব— ১০, ২০, ৩০। তাৰ পিছত সি ৰিক্সাখন লৈ যাব পাৰিব। ৰিক্সালাবাজনে আগবাঢ়ি যোৱা গাড়ীখনৰ ফালে চাই জোৰজোৰকৈ কোৱা শুনিলো— 'আমি ৰিক্সা চলাব পাৰোঁ, সৰু মানুহ, অশিক্ষিত মানুহ হ'ব পাৰোঁ। কিন্তু, আপোনালোকৰ দৰে অসভ্য, অভদ্ৰ মুত কথা আমাৰ মুখেৰে নোলায় বুজিছে।' তাৰ কথাখিনি শুনিবলৈ, বুজিবলৈ ভদ্ৰলোক তেতিয়া বহু দূৰত।

এইবাৰ বাছখন চলিল। জামটো পাতলি গ'ল। যানবোৰে গতি পালে। ঘটনাটো বহুতেই দেখিলে। কথাবোৰ বহুতেই শুনিলে। কোনোৱে পিছে

কোনো ধৰণৰ মন্তব্য কৰা নুশুনিলো। এইবোৰ বাটৰ কচু, কোনে গাত ঘঁহি লয়। অলপ পিছতে আমি গন্তব্য স্থান পামগৈ। ঘড়ীটো চাই দেখিলো— অফিচৰ সময় আধাঘণ্টা উকলিছে। গৈয়ে ঘাম মচি মচি, ঘৰ্ঘৰাই ঘুৰি থকা ফেনখনৰ ফালে এবাৰ অভ্যাসবশতঃ চাই, যতীনক পানী এগিলাচ আনিব দি ৰেজিষ্টাৰটো বিচাৰিম। ইতিমধ্যে পৰা ৰঙা দাগটোৰ কাষেৰে চহীটো কৰি ফাইলৰ মাজত সোমাম। বচে মাতি নি 'সদায় সদায় কিয় দেৰি হয়' কাৰণটো সুধিলে উত্তৰ একেটাই পাব— 'ট্ৰেফিক জাম।' পিছৰ প্ৰশ্নটোও মুখস্থ আছে— 'ট্ৰেফিক জাম' অকল আপোনাৰ বাবে নহয় নহয়। ঘৰত কি কৰি থাকে? অলপ সোনকালে ওলাব নোৱাৰে?' ঘৰতনো কি কৰিম? ল'ৰা-ছোৱালীহাল স্কুললৈ যোৱাৰ পৰত পেঞ্চিলডাল কাটি দিয়া, জোতাযোৰ ব্ৰাচ কৰি দিয়া, কেতিয়াবা বটলত পানী ভৰাই দিয়া, তাৰ পিছত পেপাৰখনত ওপৰে ওপৰে হ'লেও এপাক চকু ফুৰোৱা, দাড়ি কেইডাল কাটি, গাটো তিয়াই কাপোৰযোৰ পিন্ধি ভাত দুগৰাহ মুখত দি সাজু হওঁ মানে ন বাজিয়ে যায়। শ্ৰীমতীৰ লগত বহি মুচৌৰি, চিমলা ভ্ৰমণৰ আলোচনা কৰিম নে ভি. চি. আৰ.ত চি.ডি. লগাই চিনেমা চাই থাকিম? কথাবোৰ কাকো কোৱা নহয়।

বাছত খকাখুন্দা লগা সেই তিৰোতাগৰাকী, ডেকা ল'ৰাজন তেওঁলোকেও অলপ পিছত গন্তব্যস্থান পাব। দেশৰ নাগৰিকৰ নিৰাপত্তাৰ দায়বাহী সেই মিলিটাৰী কেইজনো গৈ কোনোবা এটা কেম্পত সোমাব। ডিচিপ্লিনৰ চাৰিবেৰত বন্দী হ'ব— সাবধান্-বিশ্ৰাম-ডাইনে-বাইয়ে-থাম্। দামী সাজপাৰ, দামী গাড়ী লৈ ৰিক্সাৱালাৰ ওপৰত বৰমতা হোৱা ভদ্ৰলোক জনেও ঘৰলৈ গৈ আন দুজনক তেওঁৰ বীৰত্বৰ কাহিনী শুনাব। অভদ্ৰ, অসভ্য বুলি সমগ্ৰ ৰিক্সাৱালা শ্ৰেণীটোকে গালি পাৰিব। চেন্ট মেৰিজত পঢ়া ছোৱালীজনীয়ে মেগীখিনি বনাই আনোতে সামান্য দেৰি হোৱাত মাকক কিবা এটা ক'লে তেওঁ বুজাব— 'ন', ডোন্ট চে লাইক দেট। নাপায়। ডাঙৰক তেনেকৈ নকবা দে মাজনী।' ডিউটি শেষ হ'লে ঘৰলৈ গৈ পুলিচজনে হিচাপ এটা কৰিব। বাহিৰা ইন্‌কামৰ হিচাপ। হিচাপটো কম হ'লে কাইলৈ এটা ভাল চাইড্, ভাল

এৰিয়া পোৱাৰ বাবে শিৱৰ মূৰ্তিটোৰ ওচৰত সেৱা এটা জনাব। অৱসাদ, ক্লান্তি, কটু কথাই জুমুৰি ধৰা ৰিক্সাৱালাজনে এবাৰ গালখন পিহি পিছ মুহূৰ্ত্ততে পুলিচজনৰ মুখখন মনত পেলাবলৈ যত্ন কৰিব। এটা দিনৰ অন্ত হ'ব। আৰু এটা দিন আহিব। একেই ব্যৱস্থা, একেই ট্ৰেফিক জাম, একেই খকা-খুন্দা, একেই দিয়া-লোৱা, একেই নিয়ম ভঙাৰ আখৰা। বিজ্ঞানীসকলে দিনৰ তাপমাত্ৰা, বতাহৰ বেগ, বৰষুণৰ পৰিমাণ আৰু কত কি জোখ লোৱা যন্ত্ৰ উলিয়ালে। সমাজখনৰ জোখ ল'বলৈ আৰু এটা যন্ত্ৰ উলিয়াব নোৱাৰিনে? ভদ্ৰতা মাপক যন্ত্ৰ! সভ্যতাৰ জোখ লোৱা যন্ত্ৰ!

বাছৰ পৰা নামি বেগাবেগিকৈ অফিচৰ ফালে খোজ ল'লো।

---

# অনুভূতি

অসম্ভৱ।

এয়া কেনেকৈ সম্ভৱ হ'ব পাৰে? তাই জীয়াই থাকোঁতে আন এজনী মানুহ আহি এইখন ঘৰত সোমাব, যোৱা দহবছৰে তাই আটাইতকৈ আপোন বুলি আকোঁৱালি লোৱা মানুহজনে আন কোনোবা এজনীক বুকুৰ মাজত আশ্ৰয় দিব, তাইৰ সকলো অধিকাৰ কাঢ়িলে প্ৰতিটো মুহূৰ্ততে আন কোনোবাই তেওঁৰ ছাঁ হৈ থাকিব, চাহ-জলপান, ইটো সিটো আগবঢ়াই দি ওচৰত বহি বহি আন কোনোবাই শুনিব— 'হেৰা, শুনিছা, আজি অফিচত কি হ'ল জানা, আমাৰ বৰবাবু যে, তেখেতৰ ডাঙৰ ছোৱালীজনী বোলে....।' তাই সামান্য অন্যমনস্ক হোৱা যেন দেখিলেই হঠাতে সুধিব— 'কি হ'ল, গাটো বেয়া নেকি? চাওঁ, এইফালে আহাচোন।'

নাই নাই। তাই মানুহজনক এনেদৰে আঁতৰি যাব দিব নোৱাৰে। এইটো তাই কোনোপধ্যেই মানি ল'ব নোৱাৰে। তেন্তে তাই কি কৰিব? আইনৰ আশ্ৰয় ল'ব? নিজৰ মানুহজনৰ বিৰুদ্ধে? সেয়াও জানো ঠিক হ'ব? তাই যিটো দিব পৰা নাই সেইটো আনৰ পৰা বিচৰাৰ অধিকাৰ জানো মানুহজনৰ নাই? আছে।

কথাবোৰ তেনেদৰে ভবাৰো যুক্তি আছে। কিন্তু সকলো কথাই জানো যুক্তিৰে বিচাৰ কৰিব পাৰি? তাই চিন্তা কৰি একো আত বিচাৰি পোৱা নাই।

ভাবিলে সৌ-সিদিনাৰ কথা যেন লাগে। অথচ দহবছৰ হ'ল। এৰা, ঠিক দহটা বছৰ আগতে বেণ্ডপাৰ্টিৰ শব্দ, উৰুলি-জোকাৰ, বিয়ানাম, হাই-উৰুমিৰে মুখৰিত এসাজ নতুন পাটৰ কাপোৰেৰে গাভৰু দেহাটো ঢাকি লৈ হোমৰ জুইক সাক্ষী কৰি তাই অমল দত্ত নামৰ মানুহজনৰ জীৱনলৈ আহিছিল। মাক-বাপেক, ভায়েক-ভনীয়েকেৰে ভৰা ঘৰখন, বোকা-পানী, বাঁহ-বননিৰে ভৰা গাঁওখন বহুদূৰত এৰি থৈ অমল দত্ত নামৰ চৰকাৰী অফিচৰ কেৰাণী, অকলশৰীয়া মানুহজনৰ লগত গুৱাহাটীৰ সৰু ভাৰাঘৰ এটাত এটা নতুন জীৱনৰ পাতনি মেলিছিল।

ঘৰখনত বহু কিবাকিবি নাছিল, কিন্তু বৰ মিঠা, বৰ আনন্দৰ আছিল দিনবোৰ। কিছুদিন অৱশ্যে তাইৰ উৰুঙা উৰুঙা নলগা নহয়। লাগিছিল। কাৰণ ঘৰখনত তৃতীয় প্ৰাণী বুলিবলৈ আছিল তাইৰ বুঢ়ী শাহুৱেকজনী। বুঢ়ীজনীৰ গাটো ভালে নাথাকে, প্ৰায়েই বিছনাত পৰি থাকে। কথা-বতৰা পাতিবলৈ ভাৰাঘৰৰ মালিকনী বা ওচৰৰ আন কাৰো লগত তেনেকৈ চিনাকিও নাছিল। গতিকে 'নিৰু বাইদেউৰ শুভ-বিবাহত প্ৰীতি উপহাৰ' বুলি গোট গোট আখৰেৰে লিখি দিয়া 'ৰিক্ত হৃদয়ৰ হাহাকাৰ', 'ৰাধাৰ মন', 'চিনাকি-অচিনাকি' আদি উপন্যাস কেইখনকে তাই কিছুদিন উৰাই-ঘূৰাই পঢ়িলে। তাইৰ অৱস্থাটো বুজি পাই গিৰিয়েকে কেইখনমান পুৰণি আলোচনীও গোটাই দিলে। ৰেডিঅ'টো আছেই। গতিকে কিছু সময় বিছনাত বাগৰি গান শুনোতে আৰু কিছুসময় কিতাপ-আলোচনীৰ পাতত পাৰ হয়। বেলিটো অলপ লহিয়ালেই গিৰিয়েক অফিচৰ পৰা আহি খাবলৈ বুলি কিবা এটা যোগাৰ কৰি থয়। তাৰ পিছত ড্ৰেচিংখনৰ সন্মুখত বহি মূৰটো আচুৰি ডাঙৰকৈ ফোট এটা লয় আৰু কাপোৰ যোৰ সলাই এযোৰ নতুন কাপোৰ পিন্ধি খিড়িকীৰ কাষত বহি ৰাস্তালৈ, কেতিয়াবা দূৰৈৰ পাহাৰখনলৈ চাই থাকে। কিমান যে ঘৰ, কিমান যে মানুহ! গছ-গছনি একেবাৰে পাতলিল। যি কেইডাল আছে শীত আহিলে

সিয়ো ঠৰঙা লাগি থাকে। ভাল-নালাগে। ভাল লাগিব পৰা কিবা এটা হ'ব লাগে। আহক, দৰকাৰ হ'লে পাহাৰখনৰ বুকুলৈ নিতে নিতে ফাগুণ আহক, বসন্তৰ প্ৰথম বৰষুণজাকে জীপাল কৰক পৃথিৱী, অ'ত ত'ত সিঁচৰতি হৈ থিয় দি থকা সোণাৰু, কৃষ্ণচূড়াবোৰ ফুলি গোটেইখন ফুলেৰে উপচি পৰক আৰু তাৰেই এথোপা ফুল সংগোপনে, আলফুলে সৰি পৰক তাইৰ উদং কোলাত। ভৰি উঠক তাইৰ দেহ-মন সৰ্বস্ব।

নতুন মন, নতুন আশা লৈ নগৰৰ আদব-কায়দাৰ সৈতে লাহে লাহে নিজকে মিলাই ল'বলৈ তাই সমৰ্থ হ'ল। 'ভালে আছে, আহিবচোন আমাৰ ফালে, অকলে অকলে ঘৰটোত সোমাই থাকিনো কি কৰে' বুলি ক'বলৈ দুই এগৰাকী তিৰোতাৰ লগত চা-চিনাকি হ'ল। মাজে মাজে গিৰিয়েকৰ সৈতে ওলাই যায় দুই-এজন বন্ধু-বান্ধৱৰ ঘৰলৈ বুলি ফুৰিবলৈ, বজাৰলৈ, কেতিয়াবা দুখন এখন চিনেমা, কলনি বজাৰত হোৱা থিয়েটাৰো চায়। পূজাত নতুন শাৰী পিন্ধি মানুহৰ ভিৰ ঠেলি ঠেলি গোঁসানীক সেৱা কৰে, বিহুত থিয় দি দি কৰ্কালৰ বিষ নুঠালৈকে নাচ চায়, গীত শুনে। কিবা এটা নতুনত্ব, জীয়াই থকাৰ নতুন সমল বিচাৰি পায় এইবোৰৰ মাজতে।

তাই সময় কটাবলৈ খিড়িকীৰে চাই থকা দূৰৈৰ পাহাৰখনতে এদিন গিৰিয়েকে এডোখৰ মাটি কিনিলে। চৰকাৰী দখলী মাটি। হওঁক তেওঁ, নিজৰ বুলিবৰ কিবা এটাটো হ'ল। অফিচৰ পৰা ঋণ লৈ এদিন তাত সৰুকৈ ঘৰ এটা সজা হ'ল আৰু নিজৰ ঘৰত প্ৰৱেশ কৰাৰ লগে লগে উপন্যাস পঢ়িবলৈ, খিড়িকীৰ কাষত বহিবলৈ তাইৰ সময়ৰ নাটনি হ'ল। এইখিনিতে কেইজোপামান তামোল, দুজোপা নাৰিকল, সেইখিনিতে এজোপা আমলখি, ডালিম, নিজৰাটোৰ কাষেদি কেইজোপামান অমিতা, মাটিখিনি চহাই পাৰিলে দুই এবিধ বতৰৰ শাক-পাচলি, ঘৰৰ মুখৰ ফালে সৰুকৈ এখন ফুলৰ বাগিচা, কতযে চিন্তা, কত যে কাম! চাওঁতে চাওঁতে তামোলগছবোৰ ডাঙৰ হৈ আহিল, থোক মেলিলে, নাৰিকলৰ কাঠ ওলাল। পাহাৰৰ পৰা নামি অহা বান্দৰৰ জাকে অমিতা খালে, আমলখি লাগি বটলত আচাৰ হ'ল, বছৰৰ

কৃষ্ণচূড়া আৰু সোণাৰু ফুলিল, সৰিল। আৰু বহুত কিবা কিবিয়ে হ'ল। কিন্তু বহু আকাংক্ষিত বহু অপেক্ষিত বস্তুটোৱে যেতিয়া সিহঁতৰ জীৱনলৈ নাহিল, তাইৰ শংকা বাঢ়ি গ'ল। এক অজান ভয়ত সৰ্বশৰীৰ কঁপিবলৈ ল'লে। মানুহৰ মুখত কোনে সোপা দিব? ৰাস্তাই-ঘাটে, বিয়া-বাৰুই সকলোৱে সেই একেটা প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ তাইৰ মনটো কোচ খাই খাই আহিবলৈ ধৰিলে। প্ৰথমতে কিছুদিন তন্ত্ৰ-মন্ত্ৰ চলিল, উপবাসে থাকি তিথি পালিলে, দুয়োখন হাতত মাদুলি ওলমিল। পিছত নগৰৰ ডাঙৰ হস্পিতালখনৰ ডাক্তৰৰ চিকিৎসা চলিল আৰু শেষত ইজন-সিজনৰ পৰামৰ্শমতে এটা পূজাবন্ধত দিল্লীলৈ গ'ল। বহু পৰীক্ষা-নিৰীক্ষাৰ পিছত তাৰ ডাক্তৰে যিটো প্ৰমাণিত কৰিলে তাৰ পিছত 'ভগবানে নিদিলে আমিনো কি কৰিম' বুলি ভিতৰৰ জুইকুৰা ঢাকিবলৈ যত্ন কৰাত বাহিৰে তাইৰ কৰিবলগীয়া আৰু একো নাথাকিল। এটা নিৰ্মম সত্যই তাইৰ জীৱনৰ গতি সলাই দিলে। সুখ-দুখৰ সৰু সংসাৰখন স্তব্ধ হোৱাৰ উপক্ৰম হ'ল। এবুকু হা-হুমুনিয়াহ লৈ শাহুৱেকজনী এদিন মৰি থাকিল। তাইৰ একেবাৰে ওচৰৰ মানুহজনে লাহে লাহে তাইৰ পৰা আঁতৰি থাকিবলৈ ল'লে। অফিচৰ পৰা ঘূৰি অহা সময়ৰ ঠিক নাথাকে, ভাত-পানী সময়মতে নাখায়। ভোক নাই, খাই আহিছোঁ, মোৰ বহুত কিবাকিবি কাম থাকিব পাৰে, মোৰ কাৰণে কিয় বাট চাব লাগে— এই ধৰণৰ চুটি চুটি উত্তৰবোৰে তাইক মানুহজনৰ পৰা ক্ৰমান্বয়ে দূৰলৈ আৰু দূৰলৈ ঠেলি পঠিয়ালে। তাৰ পিছত এদিন হঠাতে নিশা দুজন বন্ধুৰ সৈতে আহি মানুহজনে তাইক একপ্ৰকাৰ আচামীৰ কাঠগড়াত থিয় কৰাই কৈ উঠিল— তেওঁ দ্বিতীয় বিয়া কৰাব। নাই, মানুহজনে নিচা খাই অহা নাই, সম্পূৰ্ণ সুস্থ মগজুৰে কথাখিনি কৈছে। বচ্, তাইৰ সকলো যুক্তি, প্ৰতিবাদ অৰণ্যৰোদন হ'ল। আৰু আজি কিছু সময় পিছতে দহবছৰ আগতে তাইৰ পদূলিত থিয় হোৱা অমল দত্ত নামৰ মানুহজনে আকৌ এবাৰ দৰা সাজি আন এঘৰ মানুহৰ পদূলিত থিয় হ'ব। তেওঁক কোনোবাই আদৰিব, আকৌ হোমৰ জুই জ্বলিব, মন্ত্ৰ পাঠ হ'ব আৰু সমাজক সাক্ষী কৰি কোনোবা এটা দুখীয়া পৰিয়ালৰ ছোৱালী এজনীক আনি ঘৰ

সোমাব। কালিলৈ পুৱা তাই ইমান দিনে আটোম টোকাৰিকৈ সজাই পৰাই ৰখা কোঠাটোত, পাগঘৰটোত, প্ৰতিটো বস্তুতে জেতুকা সনা দুখন নতুন হাতৰ পৰশ পৰিব, হাতৰ খাৰু, নতুন কাপোৰৰ শব্দ উঠিব, কিবা এটা চিনাকি চিনাকি গোন্ধ বিয়পি যাব আৰু তাই পুৰণি ফটা কাপোৰৰ দৰে, বজাৰৰ পৰা বস্তু বান্ধি অনাৰ পিছত কোনো কামত নহা কাগজৰ দৰে ঘৰটোৰ এচুকত পৰি থাকিব।

অসহ্য। এয়া কেনেকৈ সম্ভৱ হ'ব?

বিয়াৰ নামত ঘৰখনত মাত্ৰ কেইজনমান বন্ধু-বান্ধৱহে গোট খাইছে। কোনো আড়ম্বৰ নাই, হৈ-হাল্লা নাই। মানুহ কেইজন পুতলাৰ দৰে অ'ত ত'ত বহি, থিয় দি আছে। সম্ভৱ যাত্ৰাৰ লগ্ন এতিয়াও হোৱা নাই। তাই অকলে অকলে অথনিৰে পৰা কোঠাৰ বিছনাখনত বহি আছে। সেই যে অফিচৰ বন্ধু দুজন অনন্ত কাকতি আৰু লাচিত কাকতি, তেওঁলোকৰ লগতে ঘৈণীয়েক দুজনীও আহি অলপ আগতে তাইৰ কাষত বহিছে। তাই মুৰটো তুলি এবাৰ চোৱাত বাহিৰে একো কোৱা নাই। সিহঁতে— 'যি হ'ল হ'ল, লাগি থাকি জানো কিবা লাভ আছে'— ধৰণৰ দুটা এটা বুজনি দিছে। কথাবোৰ ঠিক 'যোৱা বাবা, ভাত খালে, মাছ খালে সোনকালে ডাঙৰ মানুহ হ'বা, নাখালে শিয়ালটো আহি খাই পেলাব' ধৰণৰ। সৰু ল'ৰা এটাক বুজনি দিয়াৰ দৰে। ইমান সহজে ইমান ডাঙৰ সত্য এটাক মানি ল'বলৈ তাই ইমান মহান হয়নো কেনেকৈ? তাই উত্তৰটো বিচাৰি পোৱা নাই।

এই যে নতুন মানুহজনী, কিমাননো হ'ব বয়স? বৰ বেছি ওঠৰ-বিশ। তাইতো সকলো জানিয়ে সিহঁতৰ সংসাৰখনলৈ আহিব খুজিছে। তাইতো নজনা নহয় যে অমল দত্ত নামৰ দুকুৰিৰ দেওনা পাৰ হোৱা মানুহজনৰ তাইক দিবলৈ নতুন একো নাই। তেন্তে কিহৰ বাবে তাই এই বিয়া মানি ল'লে? নিৰাপত্তা নে মানুহজনক কিবা দিয়াৰ আশাত?

কথাবোৰ ভাবি থাকোঁতে হঠাৎ তাইৰ উত্তৰটো পোৱা যেন, কিবা এটা সাংঘাতিক সত্য আৱিষ্কাৰ কৰা যেন লাগি গ'ল। তাইৰ আপোন মানুহজনৰ

মাজেৰেই যদি এপাহ নতুন ফুল ফুলে, বাগিচাখন যাৰেই নহওক— তাই সেই ফুল পাহক কিয় আদৰিব নোৱাৰিব? দুখন সৰু সৰু হাত, ভৰি, ফুলৰ দৰেই দুটা কোমল ওঁঠ, এটা মিঠা গোন্ধ, হাঁহিৰ খিলখিলনি। থুনুক থানাক মাতেৰে এখুজি দুখুজিকৈ এদিন হয়তো তাইৰ ওচৰলৈ আহি শাৰীৰ আচলত ধৰি মাতিব— 'বৰ মা, মোক লোৱা না।'

হঠাৎ উচপ খাই উঠাৰ দৰে তাই থিয় হ'ল আৰু বাহিৰলৈ ওলাই আহি গিৰিয়েকক শুনাকৈ কৈ উঠিল— 'সময় হ'ল নে নাই, দৰাৰ লগত ময়ো যাম।'

---

পূবালী/১৯৯৩

# ভেজাল

স্থানীয় লাচিত সংঘই পতা শিল্পী দিৱস, বিষ্ণু ৰাভা দিৱস, পূৰ্বেৰুশ সংঘৰ বাৰ্ষিক অধিৱেশন, কলেজৰ নৱাগত আদৰণি সভা, কৃষ্ণনগৰ শাখা সাহিত্য সভাই পতা আলোচনা চক্ৰ, আত্মীয়জনৰ ঘৰৰ বিয়া, শ্ৰাদ্ধ ইত্যাদি ধৰণৰ কিছুমান এৰাব নোৱৰা আনুষ্ঠানিকতা ৰক্ষা কৰিবলগীয়া দায়িত্ব ন্যথাকিলে অধ্যাপক হেমন্ত কাকতি সন্ধিয়াৰ পিছত ক'লৈকো ওলাই নাযায়। বন্ধুবৰ্গৰ সৈতে কেণ্টিনত বা কাৰোবাৰ ঘৰত বহি আড্ডা দিয়া, তাচপাত খেলা, গোলাপী নিচাত আপোন পাহৰা হোৱা স্বভাৱো তেওঁৰ নাই। আকৌ গুৱাহাটীৰ ফুটপাথত 'ইভিনিং ৱাক' কৰিবলৈ যোৱা মানেতো ধূলি-ধোঁৱা, হেঁচা-ঠেলাৰে ভৰা মেলা এখন চাই অহা। মাহেকীয়া বজাৰখিনি, মানে চাউল, দাইল, মিঠাতেল ইত্যাদি সৰহকৈ আনি থোৱা থাকে। শাক-পাচলিখিনি প্ৰায়ে বেপাৰীয়ে ঘৰতে দি থৈ যায়হি। প্ৰয়োজনবোধে দেওবাৰ বা বন্ধৰ দিনত তেওঁ কেতিয়াবা নিজে আনে। বিস্কুট, দিয়াচলাই, মমবাতি আদি হঠাতে জৰুৰী হোৱা এপদ-দুপদ বস্তু তেওঁৰ পত্নী অঞ্জলিয়ে ওচৰৰ দোকানৰ পৰা আনে বা বন কৰা ছোৱালীজনীকে পঠাই দিয়ে। গতিকে সন্ধিয়া হকাবটোৱে

দি থৈ যোৱা টাইমছ অব্ ইণ্ডিয়াখনত চকু ফুৰোৱা, কেতিয়াবা কলেজৰ দুটা-এটা নতুন লেচনৰ ওপৰত ওপৰে ওপৰে চকু ফুৰোৱা, ল'ৰা-ছোৱালীহাল সময়মতে সান্ধ্য ভ্ৰমণৰ পিছত ঘূৰি আহি পঢ়া টেবুলত বহিছেনে নাই তাক নজৰ দিয়াটোৱে হেমন্ত কাকতিৰ সন্ধিয়াৰ মুখ্য তথা নিয়মীয়া কাম।

নিজে নকৰা প্ৰতিটো কাম আনেও নকৰক এনে বদ্ধমূল ধাৰণা পিছে হেমন্ত কাকতিৰ নাই। নিজে ইঘৰ-সিঘৰলৈ ওলাই নগ'লেও তেওঁৰ ঘৰৰ দুৱাৰ আনৰ বাবে খোলা থাকে। তেওঁ থকা ঘৰটো বজাৰখনলৈ যোৱা ৰাস্তাতে পৰে। সেয়ে ফুৰিবলৈ বুলি ক'লে ভুল হ'ব, বজাৰ কৰিবলৈ আহোঁতেও পানী এগিলাচ খাই যাওঁ বুলিও বহু মানুহ তেওঁৰ ঘৰত সোমায়। তাৰে কিছুমান তেওঁৰ স্কুল-কলেজত একেলগে পঢ়া বন্ধু, কিছুমান সভা-সমিতি, বিয়া-সবাহত লগ পোৱা চিনাকি আৰু কিছুমান হয়তো 'আপোনাক ক'ত লগ পাইছিলো জানো' বুলি মূৰ খজুৱাব লগা ধৰণৰ। এনেদৰে সোমোৱা মানুহবোৰৰ সঙ্গ কেতিয়াবা নিসঙ্গ পৰত বৰ সুখকৰ হ'লেও ব্যস্ত জীৱনত অকণমান নিৰলে বহাৰ পৰত বৰ বিৰক্তিকৰ হৈ পৰে। উপায় নাই। তেনেকৈ সোমোৱা বন্ধু-বান্ধৱৰ তালিকাৰ প্ৰথম নামটো হ'ল প্ৰণৱ। প্ৰণৱ দত্ত। দোকানৰ 'বেগুলাৰ কাষ্টমাৰ'ৰ দৰে ইটো-সিটো বিভিন্ন অজুহাতত প্ৰণৱ দত্ত আহি তেওঁৰ ড্ৰয়িং ৰুমত সোমায়। কাকতিয়ে দত্তক বেয়া পাব নোৱাৰে। দুয়ো একেখন কলেজত একেটা ক্লাছতে পঢ়া। প্ৰণৱ 'ছ'ছিয়েল চাৰ্ভিছ' ছেক্ৰেটাৰী আছিল। এতিয়া চাপ্লাই ইন্সপেক্টৰ। গুৱাহাটীতে ঘৰ-মাটি কৰিছে যদিও চাকৰিটো চাই মানুহে ভবা ধৰণে পইচা-পাতি কৰিব পৰা নাই। কাকতি, দত্ত আদি ধৰণৰ মানুহবোৰক আজিকালি আনহে নালাগে নিজৰ পত্নী আৰু সন্তানেও এক নম্বৰ বুৰ্বক বুলি ভাবে। সমাজত 'চালাক' লোকৰ সংখ্যা বাঢ়িছে বাবেই তেওঁলোকৰ দৰে 'বুৰ্বক' লোকৰ সংখ্যা অকন।

প্ৰণৱ আহিলে হেমন্ত কাকতিৰ মনটোৱে যেনি-তেনি উৰা মাৰে। কলেজৰ বাৰাণ্ডা, কেণ্টিন, বিশ্ববিদ্যালয়ৰ চৌহদৰ কৃষ্ণচূড়াৰ তলে তলে ঘূৰি ফুৰে। কেতিয়াবা সক হৈ হৃদয়ে ডাক্তৰৰ পদূলিমুখত শেৱালি বুটলে, হাতত

আঠ অনা লৈ গোবিন্দ দোকানীৰ বয়মৰ চকলেট খাবলৈ যায়। আকৌ বাস্তৱলৈ উভতি আহে। দেশৰ, সমাজৰ জটিল সমস্যাবোৰৰ মাজত ক'ৰ নোৰবাকৈ দুয়ো ডুব যায়। তেতিয়া দুই-তিনি ঘণ্টা সময় বৰ চুটি যেন লাগে। অঞ্জলিয়ে দ্বিতীয়বাৰ 'আৰু একাপ খালী চাহ দিম নেকি' বুলি সুধিলেহে দুই বন্ধুৰ গালে হাঁচ আহে। দত্তই জাপ মাৰি উঠে— 'ইচ ৰাম, ৯'বাজি গ'ল ভাই। ভাত হ'বৰ হ'লেই। মাছ অলপ লৈ যাবলৈ কৈছিল— বজাৰ বন্ধ হ'ল যেন পাওঁ। ছোৱালীজনী বুজিছ, তাই মাছ এচকল নহ'লে মুখলৈ ভাতে নিনিয়ে.....।'

'হ'ব 'হ'ব, মাছ বেপাৰীয়ে হ'বলা এই ৰাতিখন আপোনালৈকে ৰখি আছে। মাছ দুচকল বাৰু মৱে দি পঠাইছোঁ, চাহকাপ খাই যাওক।' অঞ্জলিয়ে পৰিস্থিতিটো চম্ভালি লয়।

আজিও প্ৰণৱ আহিছে। হাতত বেগ নাই। বজাৰ কৰিবলৈ নহয়, অফিচৰে বিষয়া এজনৰ লগত হেনো ফাইল এটা লৈ তৰ্কাতৰ্কি হ'ল। বস্তু চাপ্লাই হৈছে, অথচ 'অৰ্ডাৰ লেটাৰ' নাই। সব বেইমান, ঘৰলৈ আহিও মনটো ভাল লগা নাই। এনেয়ে ওলাই আহিছে। প্ৰথমতে অফিচ, অফিচৰ দুৰ্নীতি আৰু লাহে লাহে অসম আৰু বিহাৰৰ পাৰিবাৰিক ৰাজনীতি বিশ্বসুন্দৰী প্ৰতিযোগিতা, হত্যা-সন্ত্ৰাস, টি.ভি. ছিৰিয়েল, অসমীয়া জাতিৰ ভৱিষ্যৎ, মুঠতে এটাৰ পিছত এটাকৈ বাৰিষা নদীয়ে সুঁতি সলোৱাৰ দৰে বিষয়বস্তু সলনি হৈ গৈ আছে। গুৱাহাটীৰ ৰাস্তাৰ দৰে 'ট্ৰেফিক জাম' নাই। একেবাৰে সলসলীয়া। কথাৰ মাজতে প্লেট এখনত বিস্কুট, চানা আৰু নাৰিকলৰ লাড়ু দুটামানৰ সৈতে অঞ্জলিয়ে অলপ অলপ ৰঙা চাহ আগবঢ়াই দি ক'লে— 'খাওক দত্ত, আজি ৰঙা চাহহে দিলোঁ, এই নেপালী ল'ৰাটোৱে কি গাখীৰ দিছিল জানো, পগাৰ খোজতেই ফাটি থাকিল।'

হেমন্ত কাকতিয়ে আঁত ধৰিলে— 'নকৰি বুজিছ, ভেজাল বস্তু এনেকুৱা হ'বই। সিহঁতে গাখীৰত পানী নে পানীত গাখীৰ মিহলায় ধৰাই টান।'

হাঁহি এটা মাৰি, চাহ কাপত মুখ থৈ দত্তই ক'লে— 'তই যদি কাজাটোক

কৰ— হেৰি নহয় কাঞ্চা, কালিলৈ ছোৱালীজনীৰ জন্মদিন। তই পাঁচ লিটাৰমান গাখীৰ দিব পাৰিবি? সি বাৰু কেতিয়াবা নোৱাৰোঁ বুলি কৈছে নে? ৰাতিটোৰ ভিতৰত বাৰু তাৰ গোহালিত গাইৰ সংখ্যা বাঢ়ে নে গ্ৰাহকৰ সংখ্যা কমে?'

'নকবি বুজিছ।' পুনৰ কাকতিয়ে আৰম্ভ কৰিলে— 'কাঞ্চাটোক ধৰি লাভ নাই। ভেজাল নাই ক'ত? ভেজাল খাই খাই বোধহয় মানুহৰ মনবোৰো ভেজাল হ'ল। ভেজাল থকা বাবেইতো খাটি গাখীৰ, খাটি ঘী, খাটি মিঠাতেল, খাটি মচলা আদি শব্দবোৰ, বিশেষণবোৰৰ প্ৰয়োজন হ'ল।'

ৰঙা চাহ কাপে 'ভেজাল'ক আলোচনাৰ মেজলৈ টানি আনিলে।

'মই কিন্তু বুজিছ, একেবাৰে খাটি গাখীৰ খাওঁ।' কথাৰ সুৰ সলাই এইবাৰ দত্তই ক'লে।

'বাদ দে অ', আজিৰ যুগত, মানে গুৱাহাটীত তই খাটি গাখীৰ পাবি? সেউজীয়া ঘাঁহ-বনৰ সলনি বস্তাৰ দানা, শাক-পাচলিৰ বাকলি, কাগজ বুটলি খাই খাই চহৰৰ গৰুবোৰো ভেজাল হৈ পৰিছে বুজিছ।' —কাকতিয়ে হাঁহি হাঁহি ক'লে।

'হ'ব পাৰে। মই পিছে কথাটো চিৰিয়াছলি কৈছোঁ। মই যাৰ পৰা গাখীৰ লওঁ, তেখেতসকল এলা-পেচা মানুহ নহয়। গিৰিয়েক-ঘৈণীয়েক দুয়ো ইঞ্জিনিয়াৰ। প্ৰকাণ্ড চৌহদ। পিছফালে মানুহ ৰাখি শাক-পাচলিৰ খেতি কৰাইছে, তিনিজনী জাৰ্চি পুহিছে। গাখীৰেই গাখীৰ। খাওতা নাই। গতিকে গোৱালটোৱে ওচৰ-চুবুৰীয়া যাক লাগে দুই-চাৰি লিটাৰ গাখীৰ ঘৰতে দি থৈ যায়। ভেজাল নাই আৰু তেনে মানুহে গাখীৰত পানী মিহলালেও 'মিনাৰেল ৱাটাৰ'হে মিহলাব; বুজিছ।'

এইবাৰ দুয়ো বন্ধুৱে সজোৰে হাঁহি দিলে। এটা সময়ত দত্ত উঠিল।

নিশা ভাত-পানী খাই শুৱাৰ পৰত হঠাতে হেমন্ত কাকতিৰ ইঞ্জিনিয়াৰ দম্পতীহালৰ কথা মনলৈ আহিল। এটা প্ৰকাণ্ড অট্টালিকা, প্ৰকাণ্ড লোৰ গেটৰ ভিতৰত এটা প্ৰকাণ্ড চৌহদ, নানাবিধ দেশী-বিদেশী ফুলৰ টাব, দুখন

সুন্দৰ বিদেশী গাড়ী, বিদেশী কুকুৰ, দেশী চাকৰ-বাকৰ। নাই ক'তো অকণো ভেজাল। গৰু পুহিছে, ল'ৰা-ছোৱালীক খাটি গাখীৰ খুৱাইছে। গাখীৰ বেছি ডাঠ হৈ গ'লে সামান্য পাতল কৰিবলৈ তাত সঁচাকৈয়ে হয়তো 'মিনাৰেল ৱাটাৰ' মিহলাইছে। দামী মানুহৰ দামী কাৰবাৰ, ভেজাল নোহোৱা কাৰবাৰ। এটুপি খোৱাপানীৰ অভাৱত মানুহ মৰা দেশখনত 'মিনাৰেল ৱাটাৰ' খোৱা মানুহবোৰ বাৰু খাটি নে ভেজাল? হেমন্ত কাকতি ক'ব নোৱৰাকৈয়ে এটা নতুন প্ৰশ্নৰ মাজত সোমাই পৰিল।

---

# চক্ৰবেহু

মা-দেউতাই মৰমেৰে বান্ধি দিয়া চাউল আৰু শাক-পাচলিৰ টোপোলা দুটাৰ সৈতে শ্ৰীমতীক আগতে তুলি ভি. আই. পি.টো হাতত লৈ মানুহৰ ভিৰ ঠেলি কথমপি বাছখনত উঠিলোঁ। গোপালপুৰ নামৰ ৰাষ্ট্ৰীয় পথৰ দাঁতিত থকা সৰু গাঁওখনৰ পৰা গুৱাহাটী অভিমুখে আমাৰ যাত্ৰা আৰম্ভ হ'ল। মোৰ যেন তেন, প্ৰায় চাৰি ঘণ্টাৰ ৰাস্তা শ্ৰীমতীয়ে কেনেকৈ থিয় হৈ যাব, কথাটো ভাবি চিন্তা লাগিছিল যদিও অলপ আগৰ কুৰুৱা বাঁহীৰ চ'কত নামিব লগা ডেকা ল'ৰা এজনে 'বাইদেউ ইয়াতে বহক' বুলি কৈ চিটটো এৰি দি মোক চিন্তামুক্ত কৰিলে। টালি-টোপোলাখিনি শ্ৰীমতী বহা চিটটোৰ কাষলৈ চপাই নি মই তাৰ কাষতে উৰ্দ্ধবাহু হৈ অৱস্থান কৰিলো। পেণ্টৰ জেপৰ পৰা ৰুমালখন উলিয়াই মুখৰ ঘামখিনি মচি মচি আগে পিছে থকা মানুহখিনিৰ ওপৰত এনেয়ে এবাৰ চকু ফুৰালো। পিছফালে পেণ্ট, লুঙি, ধুতি, চুৰিয়া, মেখেলা, শাৰী আদি একাকাৰ হৈ আছে। তাৰ মাজতে কেইজনমানে তামোল চোবাই চোবাই চিগাৰেট হুপি প্ৰয়োজনতকৈ অধিক জোৰেৰে কথা পাতিছে। কথা-বতৰাৰ পৰা বুজা গ'ল, সিহঁত বেপাৰী মানুহ। হাউলী, বৰপেটা ৰোড, কয়াকুছি আদিৰ পৰা শাক-পাচলি,

মাছ, কণী, তামোল-পাণ আদি বস্তা বা পাছিত ভৰাই গুৱাহাটীত যোগান ধৰে। আবেলিৰ বাছত পুনৰ গাঁৱলৈ উভতে।

বাছৰ আগফালৰ মানুহখিনি সাজ-পোচাকেৰে ভদ্ৰলোক। আমাৰ বাওঁফালে হাতত কাগজ-পত্ৰৰ ফাইল লৈ দুজন ডেকা ল'ৰা। বোধহয় চাকৰিৰ সন্ধানত ওলাইছে। সন্মুখৰ চিটটোত দুটা সৰু ল'ৰা-ছোৱালীৰ সৈতে এহাল দম্পতি। ল'ৰাটোৱে মাকৰ কোলাত টোপনিয়াইছে। ছোৱালীজনীয়ে বাকলি এৰুৱাই এৰুৱাই দুই এটা বাদাম মুখত দি দেউতাকক কিবাকিবি সুধি আছে। মানুহজনীয়ে একো একোবাৰ টোপনিৰ ভাবত বাছৰ খিড়িকীৰ ফালে হালি পৰিব খোজে, আকৌ ধহমহকৈ চকু মেলে।

এইবাৰ শ্ৰীমতীৰ কাষতে বহা মানুহজনৰ ফালে ভালদৰে চালো। ধুতি-পাঞ্জাবী পৰিহিত এজন বুঢ়া মানুহ। মুখত কেবাদিনো নুখুৰোৱা পকা দাড়ি। ভৰিত এযোৰ হাৱাই চেণ্ডেল। মানুহজনে শ্ৰীমতীক কিবা এটা সোধা যেন পালো। ইঞ্জিনৰ ঘৰঘৰনি আৰু মানুহৰ হৈ-হাল্লাত একো নুশুনিলো।

'খালি বাছ-আহক আহক' বুলি কৈ অন্ধক ফুচুলোৱাদি গোকাট মিছা কথা কৈ ঠায়ে ঠায়ে বৈ লেচেৰি বুটলাদি মানুহ বুটলি বাছখন আগবাঢ়ি থাকিল। মানুহৰ হেঁচা-ঠেলাত হাত ভৰিবোৰ ভালদৰে টঙাব পৰা নাই। বিভিন্নজনৰ গাৰ-কাপোৰ-কানিৰ পৰা উদ্ভব হোৱা এক মিশ্ৰিত গোন্ধই ভিতৰৰ বতাহখিনি উতলাই তুলিছে। হঠাতে বুঢ়া মানুহজনে মাত লগালে—

'বোপাই হ'বলা গুৱাহাটীলৈ যাবা?'

'হয়।' মই ক'লো

'মোৰ চিটটোতে বহিব পাৰিবা, মই টিহুৰ চ'কত নামিম।'

'হ'ব হ'ব' বুলি কৈ বুঢ়াজনৰ লগতে ভগবানকো মনে মনে অশেষ ধন্যবাদ জনালো। কি ভাগ্য জানো মানুহজনৰ কাষত থিয় হৈছিলো। এইবাৰ বুঢ়াজনৰ লগত দুটা এটা কথা পতাৰ ইচ্ছাৰে সুধিলো— 'আপুনি ক'লৈ গৈছিল?'

'এ নকবা বোপাই, বৰপেটালৈ। একেটা কামৰ বাবে আজিৰে সৈতে দহ দিন হ'ল। নাই, একো কাম নহ'ল। ডি. আই. অফিচত আজি ভেঞ্চাৰ

প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ পিকেটিং।'

ডি. আই. অফিচত কাম থাকিব পৰা এই মানুহজন তেন্তে...। 'আপুনি' বুলি মই সুধিব খুজিছিলো। মানুহজনে নিজে ক'লে— 'শিক্ষকতা কৰিছিলো বোপাই, প্ৰাইমাৰী স্কুলত। অৱসৰ লোৱা দুবছৰে হ'ল, পেঞ্চন-টেঞ্চন একো পোৱা নাই। দেখিছানে কাগুখন; এদিন যাবা— ডি. আই ট্যুৰত। এদিন যাবা— গুৱাহাটীৰ পৰা অৰ্ডাৰটো পাছ হৈ অহা নাই। কালি ক'ব কেৰাণীজন ছুটীত, পৰহি যাবা— ধৰ্মঘট, পিকেটিং, বন্ধ। মুঠতে কিবা নহয় কিবা এটা। কি কৰিবা, আমাৰ অসুবিধা আৰু দুখ-কষ্টবোৰ দেখোঁতা কোনো নাই।'

মানুহজনে বোধহয় ইমানপৰে কথাখিনি কাৰোবাক ক'বলৈকেই বাট চাই আছিল। তেওঁ আৰু কিবা এটা ক'ব খোজোঁতেই পিছফালে চেকাৰৰ সৈতে হোৱা এখন তৰ্কযুদ্ধই পৰিস্থিতি উত্তপ্ত কৰি তুলিলে।

'সদায় সদায় সাত টকাত আহোঁ, তোমাক কি আঠ টকা লাগেহে, নিদিও যোৱা, কি কৰা কৰিবা।'

পালোৱান টাইপৰ ডেকা যাত্ৰী এজনে বাৰে বাৰে সাত সংখ্যাটো দোহোৰাই তেওঁৰ শেষ ফইচলা শুনাই দিছে। চেকাৰজনে কৈ আছে— সিও সদায় সদায় আঠ টকাকৈয়ে লৈ আহিছে। ভাৰা সি ল'বই। কাৰণ এইখন তাৰ বাপেকৰ গাড়ী নহয়। এটকাৰ সমস্যাটো ঘুচিয়া ঘুচিত পৰিণত হোৱাত বাধা দি মধ্যস্থকাৰী দুজনমানে কৈছে— 'একেটা কথাতে কি লাগি থাকাহে, বাদ দিয়া, বাদ দিয়া।' এটা সময়ত মুখৰ ভিতৰত কিবা ভোৰ ভোৰাই চেকাৰজন আঁতৰিল আৰু পৰিস্থিতি ঠাণ্ডা হ'ল।

'দেখিলা বোপাই, মানুহৰ ধৈৰ্য্য-সহ্য, যুক্তি-ন্যায় বোলা কথাবোৰ একেবাৰে নাইকিয়া হ'ল। কিবা এটা হ'বহে লাগে, একেকোবে তুঙ্গত উঠে।' বুঢ়া শিক্ষকজনে মন্তব্য কৰিলে। মই মূৰটো দুপিয়ালো। মানুহজনৰ পৰা পেঞ্চন আৰু পিকেটিঙৰ কথাখিনি সম্পূৰ্ণ শুনাৰ উদ্দেশ্যেৰে পুনৰ সুধিলো—

'আপুনি যে ক'লে— অফিচত হোৱা পিকেটিঙৰ কথা, কাৰণটো কি?'

'কি হ'ব আৰু। স্কুলবোৰ চৰকাৰে ল'ব লাগে, চাকৰি স্থায়ী কৰিব লাগে

ইমানেই।'

'কথাটো ঠিকেই, পিছে আজিকালি স্কুলো বহুত হ'ল হ'ব পায় নহয়।' মই কথাষাৰ ক'বলৈহে পালো, মানুহজনে উচ্চস্বৰে সমৰ্থন কৰিলে—

'কৈছাহেনে, গাঁৱে গাঁৱে স্কুল। ঘৰ থাকক নাথাকক, চকী, মেজ, বেঞ্চ, বোৰ্ড থাকক বা নাথাকক, মানুহে স্কুল পাতিছে। ল'ৰা-ছোৱালী' দুৰলৈকে নপঠিয়ায। পিছে বোপা, বিশেষ একো লাভ হোৱা নাই। আমাৰ দিনত তোমাৰ একোখন স্কুলত দুশ-আঢ়ৈশ ছাত্ৰ-ছাত্ৰী আছিল। পাঁচ-ছয়জন শিক্ষকেৰে স্কুলঘৰ গুপ-গুপাই আছিল, পঢ়াৰ পৰিবেশ আছিল, ফলাফলো ভাল হৈছিল। এতিয়া তোমাৰ এনেকুৱা স্কুলো পাবা য'ত ছাত্ৰ-ছাত্ৰী থাকে বৰ বেছি একুৰি-দেড়কুৰি। পঢ়া-শুনাৰো কোনো নীতি-নিয়ম নাইকিয়া হ'ল। থাকিবনো কেনেকৈ। পাঠ্যপুথি বদলিয়ে আছে। হেড্ পণ্ডিতৰ বছৰটোৰ আধাদিন কিতাপ পত্ৰ বিচাৰি যোৱা, মিটিং পতা. দৰমহা অনা আদি ইটো সিটো কামতে পাৰ হয়।'

মানুহজনে শিক্ষা ব্যৱস্থাৰ ওপৰত মোটামুটিভাবে এটা বক্তৃতাই দি পেলালে। কথাখিনি কওঁতে তেওঁ কিছু আবেগিক হৈ পৰা যেন লাগিল। তেওঁৰ কথাবোৰ একপক্ষীয় যদিও যুক্তিৰ বহিৰ্ভূত নহয়। ক'ৰবাত কিবা এটা কেশা নিশ্চয় আছে। নিবনুৱা সমস্যা সমাধান আৰু শিক্ষাৰ সম্প্ৰসাৰণৰ নামত অপৰিকল্পিতভাবে নিবনুৱা ডেকাই স্কুলপাতি আমাৰ জ্ঞাত-অজ্ঞাতভাবে আন এক সমস্যাৰ জন্ম নিদিয়াকৈ থকা নাই। য'ত আন্তৰিকতা নাই, তাত আকৌ কিহৰ শিক্ষা?

কথাই কথাই আহি এটা সময়ত বাছখন টিহুৰ চ'কত ৰ'ল। বুঢ়া শিক্ষকজনে মোক চিটটো এৰি দি দুয়োকে মাত লগাই বাছৰ পৰা নামিল। তেওঁৰ চিটটোত বহি ইমানপৰে উৰ্দ্ধবাহু হৈ অহা কষ্টৰ পৰা ৰেহাই পালো।

'মানুহজন বৰ চিধা-চাধা। কথাবোৰ শুনি বেয়াই লাগিল, ঘৰখন বা কেনেকৈ চলাইছে।' ইমানপৰে মনে মনে থকা শ্ৰীমতীয়ে মাত লগালে।

'ল'ৰা ডাঙৰ হৈ চাকৰি বাকৰি কৰিছে যদি ঠিকেই চলিছে। যদি নাই, পেঞ্চনৰ টকাৰ কথা কৈ ধাৰৰ বোজা বঢ়াইছে, দোকানৰ বাকীৰ হিচাপটো দীঘল কৰি আছে। তাতে আকৌ ঘৰত যদি বিবাহযোগ্যা কন্যা আছে তেন্তে

আয়ুস আছে বৰ বেছি দুই-চাৰিবছৰ।' কথাখিনি শ্ৰীমতীক ক'বলৈ ইচ্ছা আছিল, নক'লো। কাৰণ আমিও সেই একেটা জীৱন বৃত্তৰ পৰিধিৰ মাজতে পৰিভ্ৰমণ কৰি আছোঁ।

কিছুদূৰ আহি কদমতলাৰ চ'কত বাছখন ৰোৱাত টালি-টোপোলাৰে সৈতে কেইজনমান জনজাতীয় মহিলা বাছত উঠিল। 'ঐ, তহঁতে টোপোলাত বোমা-টোমা কিবা আনিছ নেকি অ' বুলি কৈ হেন্দিমেনজনে ধেমালি কৰিলে। কথাষাৰে এটা বিশেষ জনগোষ্ঠীৰ মানসিকতাত কিমান দকৈ প্ৰভাৱ পেলাব পাৰে, সি অকণো ভাবি নাচালে। 'বোমা' শব্দটোৰ আঁত ধৰি কোন কোন ঠাইত বোমা বিস্ফোৰণত কেইজন মানুহ মৰিল সেই সম্বন্ধে সন্মুখৰ দুজন ভদ্ৰলোকে আলোচনা আৰম্ভ কৰি দিলে। এজনে ভালদৰে ডিউটি নকৰা বুলি পুলিচক দোষ দিলে, আনজনে চৰকাৰক গালি পাৰিলে আৰু সৰ্বশেষত দুয়োজনে উগ্ৰপন্থীবোৰক কঠোৰভাবে দমন কৰাৰ ক্ষেত্ৰত একমত হ'ল। কিন্তু বোমাবোৰ যে ফুটি আছে তাৰ আঁৰৰ সমস্যাটো সমাধানৰ উচিত ৰাস্তা কোনটো হ'ব সেই সম্বন্ধে ভদ্ৰলোক দুজন নিমাতে থাকিল।

গাটো বেয়া লগা বুলি কৈ শ্ৰীমতীয়ে ইতিমধ্যে পিছফালে মূৰটো পেলাই টোপনিয়াবলৈ আৰম্ভ কৰিলে। থিয় হৈ অহা যাত্ৰীৰ সংখ্যা লাহে লাহে পাতলি আহিল। বাছৰ গতিবেগ আগতকৈ বাঢ়িল। সৰহভাগ যাত্ৰীয়ে কথা পতা বন্ধ কৰি কল্‌মতিয়াবলৈ আৰম্ভ কৰিলে।

ইমানপৰে মনে মনে থকা আমাৰ বাওঁফালৰ ডেকা ল'ৰা দুজনেহে কথা পতা কাণত পৰিল। মোৰ অনুমান সত্য হ'ল। তেওঁলোক চাকৰিৰ অনুসন্ধানতে ওলাইছে।

এজনে কৈছে—'এইবাৰ মন্ত্ৰীক হেঁচি ধৰিম। চাল্লা, আন্দোলন কৰি মিছাতে জীৱন বৰ্ব্বাদ কৰিলো। চাকৰি দিম দিম বুলি কৈ চাৰি বছৰ ঠগালে। বয়স যাবই এতিয়া; বুঢ়াৰ উপাৰ্জনেৰে ঘৰত বহি বহি আৰু কিমান দিন খাম, কচোন।'

আনজনে সমৰ্থন কৰিলে— 'ইন্টাৰভিউ চিন্টাৰভিউ সব মিছা অ',

এপইণ্টমেণ্ট লিষ্ট আগতেই তৈয়াৰ হৈ থাকে। চাল্লা, দুনিয়াই বেইমান।'

সকলোবোৰ দোষৰ বোজা পৃথিৱীখনৰ ওপৰত জাপি দি এটা সময়ত ডেকা দুজনও মৌনতা অবলম্বন কৰিলে। মৌন পৰিবেশটোৱে মোকহে আমনি দিবলৈ ধৰিলে। বাছখনক অজস্ৰ সমস্যাৰ বোজা কঢ়িয়াই ভাগৰি পৰা এটা বুঢ়া গাধ যেন লাগি গ'ল। কোনোবাই যেন মোক কাণে কাণে ক'লে— এই যে ঘনাই ঘনাই হোৱা বন্ধ, ধৰ্মঘট, অ'ত ত'ত হোৱা বোমা বিস্ফোৰণ, চাকৰি স্থায়ীকৰণ, পেঞ্চন, নিবনুৱা যুৱক-যুৱতীৰ ক্ষোভ, এই আত্মক্ষয়ী সংগ্ৰাম আৰু সমস্যাবোৰৰ মাজত তোমালোকে অভিমন্যুই চক্ৰবেহুত প্ৰবেশ কৰাদি সোমাই পৰিছা। গভীৰৰ পৰা গভীৰতমলৈ। ওলাই অহাৰ ৰাস্তাটো কেনি ক'ত আছে ক'ব পাৰিবানে?

---

# আলহী

অৱশেষত মানুহজন গ'ল। গ'ল মানে সিপুৰীলৈ নহয়, আমাৰ গুৱাহাটীৰ ঘৰৰ পৰা তেওঁৰ নিজঘৰ যোৰহাটলৈ। যোৱা পোন্ধৰটা দিনে মানুহজনে আমাৰ মনত এক মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰি শেষ মুহূৰ্ত্তত এক নাভূত-নাশ্ৰুত কাণ্ড কৰি থৈ গ'ল। আচলতে মানুহজন ধন্যবাদৰে পাত্ৰ। কাৰণ, তেওঁ আলহী সম্বন্ধে আৰু এটা নতুন পাঠ শিকালে। বিশ্ৰাম কৰি এলাহ গুচাবলৈ লোকৰ ঘৰত ৰাতি ৰোৱা বাটৰুৱাক আলহী বোলে। ইমানদিনে ইয়াকে জানি আহিছিলো। এতিয়া দেখিছোঁ এই টাইপৰ মানুহবোৰে অভিধানৰ চাৰিবেৰ পাৰ হৈ আলহীৰ নতুন ব্যাখ্যা দিবলৈ আৰম্ভ কৰিব।

আমি গুৱাহাটীত স্থায়ীভাৱে থাকিবলৈ লোৱাৰে পৰা কিচিম কিচিম আলহীৰ সোৱাদ পাই থৈছোঁ। কোনে পাহৰিব পাৰে সেই আলহীবোৰৰ কথা! কত যে বিচিত্ৰ স্বভাৱৰ, বিচিত্ৰ মেজাজৰ মানুহবোৰ! কোনোবাই চাকৰি বিচাৰি আহিছে, কোনোবা আহিছে অফিচৰ কামত। কোনোবাই মন্ত্ৰীক দেখা কৰিব লাগে, কাৰোবাক মেডিকেলত থৈ চিকিৎসা কৰাব, কাৰোবাৰ এসপ্তাহ ট্ৰেইনিং, কাৰোবাৰ ল'ৰা বা ছোৱালীজনীৰ মেট্ৰিকৰ এড্‌মিট আৰু মাৰ্কচিট

হেৰাল-ডুপ্লিকেট উলিয়াব লাগে- মুঠতে কিবা নহয় কিবা এটা কাৰণত মানুহ গুৱাহাটীলৈ আহিছে আৰু আমাৰ সাদৰী মা'ই- 'এয়া অমুক মাহীৰ ল'ৰা, এওঁ মামাইঁতৰ ফালৰ ককয়াৰ যে কেতেকী বৌ তেওঁৰ ডাঙৰ ল'ৰা' এনেধৰণৰ আঁত বিচাৰি হাবু-ডুবু খাবলগীয়া সম্বন্ধ এটাৰ চিনাকি দি খুৱাই ধু-ৱাই আশীৰ্বাদ বুটলিছে। এইমাত্ৰ যদি আলহী সো-ধাত সিদ্ধহস্তা মহিলাসকলৰ এখন তালিকা প্ৰস্তুত কৰা হয় তেন্তে মা'ৰ নামটো নিসন্দেহে প্ৰথম দহজনীৰ ভিতৰত থাকিব।

কি আছিল তেওঁৰ নামটো? মনত পৰিছে— যোগেশ্বৰ দত্ত। মা'ৰ চিনাকি অনুসৰি আমাৰ সম্বন্ধীয় মামাৰ ল'ৰা। গতিকে ককাইদেউ। হাতত চুটকেচ এটা লৈ এদিন আহি ওলাল সপত্নীক। বৌজনীৰ পেটত কিবা এটা হৈছে। এপেনডাইটিছ নে তেনেধৰণৰ কিবা এটা বেমাৰ। ডাক্তৰে কৈছে অপাৰেচন কৰিব লাগিব। দহ-পোন্ধৰদিন মান লাগিব পাৰে। মা'ই কওঁ-নকওঁকৈ কবলগীয়া হ'ল—'তোৰ যদি থকা মেলাৰ সুবিধা নাই, থাকিবি ইয়াতে।' বচ্। একেৰাহে পোন্ধৰটা দিন পুৱাতে উঠি খুওৱা, ধুতি-গেঞ্জি ধুই দিয়া, চাহ-পানীৰ যোগান ধৰা, বিচনাৰ কানি-কাপোৰ ঠিক-ঠাক কৰি দিয়া আদিৰ উপৰিও মেডিকেলৰ ভাত-আঞ্জাত গোন্ধ পোৱা বাবে টিফিন কেৰিয়াৰত ঘৈণীয়েকৰ বাবেও দুয়োবেলাই মাণ্ডৰ মাছৰ জোলেৰে ভাত পঠিয়াব লগা হ'ল। এইজন সম্বন্ধীয় ককাইদেৱে যোৱাৰ পূৰ্বে ভুলতেও মা'ক এবাৰ নক'লে— 'তোক বৰ কষ্ট দিলো, বেয়া-চেয়া নাপাবি।' মা'ক মই কিবা এটা ক'ব খোজোতে ক'লে— 'হওঁক দে অ', কোনোবা জনমত এইবোৰ মানুহৰ ধাৰ খাইছিলো কিজানি।'

সেইজন বিবেকানন্দ কাকতি। মা'ৰ জেঠীয়েকৰ ল'ৰা। গতিকে আমাৰ বিবেক মামা। এম.ভি.স্কুলৰ মাষ্টৰ আছিল। বৰ্তমান ৰিটায়াৰ্ড। ধুতি-পাঞ্জাবী পিন্ধে। তামোল পাগুলিয়াই পাগুলিয়াই মাহেকে পষেকে গুৱাহাটীলৈ আহে মেডিকেল পঢ়ি থকা পুতেকক পইচা দিবলৈ। আমাৰ তালৈ অহা সময়টো সদায় আবেলি তিনি-চাৰি বজাৰ ভিতৰত। গেট পাৰ হৈয়ে চিঞৰিব— 'উপা

(মা'ৰ নাম উপলতা) আছনে, ইয়াৰ মানে প্ৰবীণৰ তালৈ আহিছিলো অ'। ঘূৰিম বুলি ভাবি আদাবাৰী পাইছিলোই। পিছে লাষ্ট গাড়ীখন দহ মিনিট আগতে গ'ল। ভালেই হ'ল দে, তঁহতৰ খবৰ এটাও লোৱা হ'ল। ভালে আছ নহয়, এওঁৰ ব্ৰজেনৰ (দেউতাৰ নাম) খবৰ কি?' শ্ৰীযুত কাকতি মামাৰ লাষ্ট বাছখন সদায় দহমিনিট আগতে যায় আৰু দুটা ৰাতি আমাৰ ঘৰত পাৰ হয়। কোনো প্ৰশ্ন নকৰাকৈ আলনাৰ পৰা ধুতি এখন আনি দুজাপকৈ পিন্ধি লৈ হাত-ভৰি ধুই উঠি পদ্মাসনৰ আৰ্হিত তেওঁ চোফাৰ ওপৰত ভৰি তুলি বহে। মিঠাতেল ঘঁহা মূৰটো ওৱালত আওজাই থৈ থৈ ইতিমধ্যে তেওঁ বহা সেই নিৰ্দ্দিষ্ট ঠাইখিনিত এটা কলা দাগৰ সৃষ্টি কৰিছে।

বিবেকমামাৰ ঘৰ বহৰিত। মোৰ দেউতাৰ গাঁওত। সেই সূত্ৰে বহৰিলৈ মাজে মাজে যোৱা হয়। বিবেকমামাৰ পদূলিৰ আগেদিয়ে যাওঁ। অদ্ভুত কাণ্ড। মুখামুখি হ'লে কয়— 'অ' ভাগিন, কেতিয়া আহিলা, থাকিবা নহয় দুদিনমান?' বচ্ ইমানেই।

এনেকুৱা আলহীৰ তালিকাখনৰ বৰ দীঘল হ'ব। দেউতাৰ গাঁৱৰে সৰুকালৰ বন্ধু গুণাৰাম খনিকৰ, শোভেশ্বৰ ডেকা, মা'ৰ ফালৰ নাৰায়ণ তামুলী, দেৱেন ভূঞা আৰু বহুতো। কিন্তু সকলো আলহীকে চেৰ পেলাই শীৰ্ষস্থান অধিকাৰ কৰিলে যোৰহাটৰ সেই আলহীজনে।

মানুহজনৰ নাম অজিত বৰা। বয়স আনুমানিক পঞ্চাশৰ ওচৰে-পাজৰে হ'ব। দেউতাৰ সৈতে একেলগে কাম কৰে যোৰহাটৰ অফিচত। ঘৰো যোৰহাটৰ গাতে লাগি থকা চাৰিগাঁওত। কোৱা বাহুল্য যে মোৰ দেউতা যোৱা চাৰিবছৰে চাকৰিসূত্ৰে যোৰহাটত আছে। বৰা ডাঙৰীয়াৰ লগত আমাৰ আগৰ চিনাকি নাই। দেউতায়ো মানুহজনৰ কথা আগে-পিছে কোৱা মনত নপৰে। পোন্ধৰ দিন আগতে হঠাতে তেওঁ নাইট চুপাৰেৰে ৰাতিপুৱাতে আহি আমাৰ ঘৰ ওলাল। দেউতাৰ সহকৰ্মী যেতিয়া আমি বিশেষ সোধ-পোচ নকৰি আদৰ যত্নেৰে তেওঁক আশ্ৰয় দিলো। মানুহজনে ক'লে— তেওঁৰ হাতত সৰুসুৰা কেবাটাও কাম— ডি.পি.আই.অফিচৰ পৰা স্কুলশালিয়েকৰ মাষ্টৰী

চাকৰিটো স্থায়ী কৰাৰ অৰ্ডাৰ এটা উলিয়াব লাগে, স্থানীয় বিধায়কক লগ ধৰি ভঙা দলং এখন মেৰামতি কৰাৰ বাবে ৰাইজৰ চহীযুক্ত দৰ্খাস্ত এখন দিব লাগে, ভতিজাক এটাই কিতাপৰ দোকান এখন দিছে— কিতাপ কেইখনমানৰ অৰ্ডাৰ দিব লাগে। তেওঁৰ নিজৰে মেট্ৰিক পাচ কৰা মূল চাৰ্টিফিকেটখন হেৰাল, বোৰ্ডৰ পৰা ডুপ্লিকেট এখন উলিয়াব লাগে, আৰু আটাইতকৈ ডাঙৰ কথা তেওঁতকৈ জুনিয়ৰ এজনক একাউটেণ্ট হিচাপে প্ৰমোচন দিয়াৰ ষড়যন্ত্ৰ চলিছে, হেড অফিচত ডিৰেক্টৰক লগ ধৰি অৰ্ডাৰটো ষ্টে কৰাব লাগে, ইত্যাদি। হোটেলত হেনো আগে-পিছে থকা অভ্যাস তেওঁৰ নায়েই। তাতে সহকৰ্মী এজনৰ ঘৰ (মানে দেউতাৰ) আছে যেতিয়া।

মা'ই ক'লে, 'আহিলে ভালেই কৰিলে, তেখেতৰ খবৰ খাতিও বহুদিন পোৱা নাই। ঘৰৰ ফোনটোও বেয়া হৈ আছে। তেখেতৰ গা-মূৰ ভালে আছে নহয়।'

অহাৰ দিনাখন দেওবাৰ আছিল। গতিকে নতুন আলহীৰ কৰিবলগীয়া কামবোৰ আৰম্ভ হ'ল সোমবাৰৰ পৰা। ভাবিছিলো দুই চাৰিদিনৰ ভিতৰতে শেষ কৰি মানুহজন যাব। নাই, চাওঁতে চাওঁতে এটা সপ্তাহ পাৰ হ'ল। মই আৰু ভণ্টী কথাটোৰ ৰহস্য বুজি নাপালো। ইতিমধ্যে মানুহজনে মাজে মাজে হাতত মাছ অলপ, দুবিধমান শাক-পাচলি বা কেতিয়াবা অলপ মাংস লৈ আবেলি উভতিবলৈ ল'লে। কথাটো ভাল নলগাত মা'ই এদিন নে দুদিন ক'লেও— 'আপুনি আমাৰ আলহী, এইবোৰ আকৌ কি কৰিছে?'

মানুহজনে ক'লে— 'নাই নাই, আছোঁ যেতিয়া লগে ভাগে কিবা এটা খাইছোঁ। তাতে বেয়া পাবলগীয়া কিটো আছে?' মা মনে মনে থাকিল।

প্ৰথম সপ্তাহ বাগৰি দ্বিতীয় সপ্তাহ আৰম্ভ হ'ল। নাই, কাম কেইটাৰ আধা মানহে আগবাঢ়িছে হেনো। গুচি গ'লে তেনেকৈয়ে থাকি যাব। ছুটীও নাই। কি কৰিব, কি নকৰিব তেওঁ ভাবিবকে পৰা নাই। 'আপুনি গুচি যোৱাই ভাল নেকি' বুলি পেটে পেটে কম বুলি ভাবিছিলো যদিও হাঁহিমনেই ক'বলগীয়া হ'ল— 'পটক্‌কৈ আৰু নো ক'ত অহা হ'ব, আহিছে যেতিয়া দুদিনমান থাকি

কামখিনি শেষ কৰিয়ে থৈ যাওঁক।'

মানুহজনে বোধহয় তাকেই কোবাটো কামনা কৰি আছিল। তেওঁ আনন্দ মনেৰেই থাকিল। পুৱা দাড়ি খুৰাই, গা-পা ধুই, বাতৰি কাকতখন পঢ়ি উঠি মা'ই যত্নেৰে বাঢ়ি দিয়া ভাত-পানী খাই ওলাই যায়, সন্ধিয়াৰ আগে আগে বাঁহলৈ ওভোতা পখীৰ দৰে ঘৰ সোমায়হি। হাতত টোপোলা এটা থাকে মাংস, মাছ, পাচলি, বিস্কুট, মিঠাইৰ। এফালে আলহী সোধাৰ বিৰক্তিৰে লাহে লাহে মা'ৰ সাদৰী মনতো বিৰক্তিয়ে বাহ সাজিছে যদিও আনফালে কৈছে— 'মানুহজন হ'লে বেচ ভাল দে। খোৱা-লোৱাত একেবাৰে আপত্তি নাই। আৰু দেখিছনে, এই কেইদিনত কিমান পইচা খৰছ কৰিছে। চহৰ-নগৰত আলহী পোহা কিমানযে কষ্টকৰ মানুহজনে বোধহয় বুজি পাইছে।'

ভৰ্ণী আৰু মোৰ ক'বলগীয়া একো নাই। মাত্ৰ টোপোলা অনাৰ ৰহস্যটোৰ কথা মাজে মাজে আলোচনা কৰি আছোঁ। ইতিমধ্যে মানুহজনৰ লগত মোৰ একপ্ৰকাৰ আত্মীয়তা গঢ়ি উঠিছে। যোৰহাটলৈ মই গৈছোঁ নে নাই, গ'লে যাতে তেওঁলোকৰ চাৰিগাঁওৰ ঘৰলৈ এবাৰ হ'লেও যাওঁ— এনে ধৰণৰ দুই চাৰিটা কথা পাতিছে। মই বিশ্ববিদ্যালয়ৰ ডিগ্ৰীলৈ অধ্যাপনা কৰিম নে কম্‌পিটিটিভ্ পৰীক্ষাত বহিম, ভৰ্ণী বি. এ. পাচ কৰাৰ পিছত এম.এ. পঢ়িবনে নাই, দুয়োটা ল'ৰা-ছোৱালীয়ে যে পঢ়া শুনাত আগবাঢ়িছোঁ তাৰ বাবে দেউতা হেনো ভাগ্যবান, তেওঁৰ ডাঙৰটো ল'ৰাই হেনো মেট্ৰিকৰ দেওনাখনতে উজুটি খাই আছে, আজি-কালি বেছিভাগ ল'ৰা-ছোৱালীয়ে বেয়া হ'ল, পঢ়াশুনা, চিন্তা-চৰ্চা নকৰা হ'ল— ইত্যাদি কথাবোৰ কেতিয়াবা পুৱা, কেতিয়াবা নিশা টি.ভি.ৰ ওচৰত বহোঁতে তেওঁ মোৰ লগত পাতিলে। শুনি থকাত বাহিৰে ক'তো মোৰ মন্তব্যৰ প্ৰয়োজনীয়তা তেওঁ অনুভৱ নকৰিলে।

অৱশেষত মানুহজন যাবলৈ ওলাল। তেওঁ যে যাব কথাটো আগদিনাখন ৰাতি গম পালো। ডাইনিং টেবিলতে ক'লে— 'কাইলৈ খুব পুৱাতে মই যাম। আপুনি উঠিব নালাগে, চাহ-জলপান নাখাওঁ। এওঁ ভাইটিক মাত লগাই যাম।

এই কেইদিন আপোনালোকক বেজাৰহে দিলো।'

'এহ কিনো বেজাৰ দিলে, আমাৰ ভালেই লাগিছিল, আকৌ কেতিয়াবা গুৱাহাটীলৈ আহিলে আহিব।' স্বভাৱ সুলভ হাঁহি এটা মাৰি মা'ই গোকাট মিছা কথা এষাৰ ক'লে।

ৰাতিপুৱা পাঁচ মান বজাতে মোৰ দুৱাৰত টোকৰ পৰিল। বুজিলো, অজিত বৰাৰ প্ৰস্থানৰ সময় হৈছে। ধৰমৰকৈ বিছনাৰ পৰা উঠি দুৱাৰখন খুলি দিলো।

হাতত ভি.আই. পি. টো লৈ মানুহজন যাবলৈ ৰেডী। 'আপুনি যায়েই নেকি?' মই সুধিলো।

'হয়।' মানুহজনে ক'লে। 'অলপ চাহ পানী......'

'নাই, নালাগে নালাগে,— চাওঁ, ধৰাচোন, এই পইচাখিনি লোৱা।' মানুহজনে পাঁচখন দহটকীয়া নোট মোৰ হাতত গুজি দিলে।

মই ক'লো—'এয়া আপুনি কি কৰিছে, পইচা আকৌ কিহৰ বাবে?' 'নহয়, মানে কথাটো কি হ'ল জানা। মই অহাৰ আগে আগে তোমালোকক দিবলৈ দেউতাৰাই টকা পাঁচশ দিছিল। দেখিছাই নহয়, গুৱাহাটীত কিটো খৰচৰ কোব; ইটো সিটো কিনোতে পইচাখিনি খৰচে হৈ গ'ল বুজিছা। এই পঞ্চাশ টকা ৰৈছে, তাকে লোৱা।'

গেৰোগেথোঁকৈ কথাখিনি কৈ মোৰ উত্তৰলৈ বাট নাচাই মানুহজনে ভো-ভোৱাই আঁতৰি গ'ল। মই হাবাঙৰ দৰে চাই ৰ'লো। নতুন আলহীৰ এই নতুন সংবাদটো মা আৰু দেউতাক দিম নে নিদিম মই এতিয়াও থিৰাং কৰিব পৰা নাই।

---

গণবাতৰি/১৯৮৮

# হূল

আচলতে ইমানখিনি আগবাঢ়ি যোৱাৰ পিছত এনেকুৱা কিবা এটা হ'ব পাৰে বুলি চন্দনাই কল্পনাই কৰিব পৰা নাছিল। জীৱনত ঠেকি ঠেকি তাই বহুত কথা শিকিলে। পূজাৰ বন্ধত ঘৰলৈ যাওঁতে মাকে জুহালৰ কাষত বহাই লৈ প্ৰথমে খবৰটো দিওঁতে তাই কথাটোত বিশেষ গুৰুত্ব দিয়া নাছিল। ভাবিছিল, সেই পুৰণি ৰেকৰ্ডখনে আকৌ এবাৰ বাজিব। সেয়ে তাই মাকক কৈছিল— 'তই যে বাৰে বাৰে এইবোৰ কি কৰি থাক মা, চাবিচোন, এইবাৰৰ সৈতে সাতবাৰ ফটো ঘূৰি আহেহে লাগে।' কথাখিনি কৈয়ে তাৰ প্ৰতিক্ৰিয়া কি হ'ব পাৰে বুজিবলৈ তাই মাকৰ মুখৰ পিনে চাইছিল। গাধৰ দৰে সংসাৰৰ বোজা কঢ়িয়াই অকালতে বাৰ্দ্ধক্যক মাতি অনা এখন চিন্তা জৰ্জৰিত মুখ। তথাপি তাৰ মাজতে যেন কিবা এটা কৰাৰ, কিবা এটা পোৱাৰ সামান্য আশাৰ ৰেঙণি এতিয়াও বৈ আছে। 'নহয় অ' মাজনী, ল'ৰাৰ মাক-বাপেকে নিজে কথাটো উলিয়াইছে যেতিয়া কিবা এটা নিশ্চয় হ'ব। তেওঁলোকে পৰহিলৈ এপাক আহিব। তই না নকৰিবিচোন।'

'কিন্তু, তেওঁলোকে কথাটো জানেতো।' তাই সুধিছিল।

'জানে, জানে, তই সেইবোৰ একো ভাবিব নালাগে।' তাই আৰু না নকৰিলে। ইয়াৰ আগৰ ছয়বাৰতো তাই না কৰা নাছিল একমাত্ৰ মাকৰ বাবেই। মাকৰ প্ৰতি তাইৰ খুব বেয়া লাগে। জীৱনৰ পূৰ্ণতা কোনখিনিত তাই ভালদৰে ক'ব নোৱাৰে, কিন্তু বিয়া নোহোৱা মানে জীৱনটো অপূৰ্ণ বুলি ভবা কথাষাৰ তাই বিশ্বাস নকৰে। আৰু এইখন সমাজৰ প্ৰতি তাইৰ তিলমানো আস্থা নাইকিয়া হৈছে। যুগ যুগ ধৰি চলি অহা এক অন্ধবিশ্বাসৰ বলি হৈছে সিহঁতৰ দৰে অগণন নৰ-নাৰী। মাকে অন্তৰত আঘাত পাব পাৰে, নহ'লে পুৰুষ প্ৰধান এই সমাজখনক তাই কেতিয়াবাই বুঢ়া আঙুলি দেখুৱাই দিলেহেঁতেন। মাকে কোৱা মতে এহাল বুঢ়া-বুঢ়ী আহি তাইৰ ভৰিৰ পৰা মূৰলৈকে প্ৰদৰ্শনীৰ বস্তু চোৱা দি চালে আৰু সেৱা এটা কৰোঁতে মূৰ চুই আশীৰ্বাদ কৰিলে। এটা সপ্তাহ ঘৰত থাকি তাই পুনৰ আহি কৰ্মস্থলী পালেহি।

মাজতে প্ৰায় দুটা মাহ পাৰ হৈ গ'ল। মাকে কেবাবাৰো সৰু ভায়েকটোৰ দ্বাৰা তাইলৈ চিঠি লিখালে। সেই একেবোৰ কথা— এইবাৰ নিশ্চয় কিবা এটা হ'ব; মানুহ ঘৰে আগবাঢ়িছে। শেষত তাইক আচৰিত কৰি দি এদিন মাকে জনালে— ল'ৰাৰ মাক-বাপেক আহি বন্দোবস্ত কৰি থৈ গৈছে। ল'ৰাই কৈছে— মাক-বাপেকৰ মতেই হেনো তেওঁৰো মত। ছোৱালী নাচায়। দৰকাৰ হ'লে জোৰোণৰ আগে আগে এপাক আহিব পাৰে। তেওঁলোকক যিমান পাৰি সোনকালে লাগে। গতিকে মাকে তাৰিখ কৰিয়ে পেলালে। মাঘৰ কুৰিদিন যোৱাত।

প্ৰথমতে কথাবোৰ তাইৰ কিবা সপোন সপোন যেনহে লাগিছিল। পিছে মাজতে ভায়েকটো আহি সবিশেষ কৈ যোৱাতহে গাত লাগিল। ল'ৰাজন ভূমি সংৰক্ষণ বিভাগৰ কেৰাণী। ঘৰৰ ডাঙৰ ল'ৰা, বয়স অলপ হৈছে। দেখিবলৈকো খুব এটা বাৰু নহয় হেনো। ঘৰৰ অৱস্থা টাক-টুককৈ চলা ধৰণৰ। তলৰ আধা ডজনৰ ভৰণ-পোষণ, লিখন-পঢ়নৰ দায়িত্বও হেনো ল'ৰাৰ ওপৰতে। বুঢ়াই হেনো ওচৰৰে ছোৱালী হাইস্কুল এখনত চৌকিদাৰী কৰিছিল। এতিয়া অৱসৰ লৈছে। ল'ৰাজন শান্ত প্ৰকৃতিৰ বুলি সকলোৱে কয় হেনো।

কথাবোৰ জনাৰ পিছত সকলো জানি-বুজিও তাইক এনেদৰে গ্ৰহণ কৰিবলৈ ওলোৱা মানুহজনৰ প্ৰতি তাইৰ মনটো অনুৰাগেৰে ভৰি উঠিল। মানুহজনক এবাৰ চাবলৈ, লগ পাবলৈ তাইৰ বৰ মন গ'ল। পিছে সেই সুযোগকণ নাহিল।

চাওঁতে চাওঁতে তাই ক'ব নোৱৰাকৈয়ে বিয়াৰ দিন চমু চাপি আহিল। এদিন তাই মাকলৈ লিখিলে— বিয়াৰ পোন্ধৰ দিনমান আগতে তাই গৈ ঘৰ পাব। য'ত যি যা-যোগাৰ কৰিব লাগে তাই নিজে গৈ কৰিব, মাকে চিন্তা কৰিব নালাগে। কিন্তু তাৰ প্ৰাক্‌মুহূৰ্তত এয়া কি হ'ল? কিয়, কেনেকৈ হ'বলৈ পালে? তাই কিয় এনেদৰে প্ৰতিবাৰে আনৰ পুতৌৰ পাত্ৰ হ'ব লগা হৈছে? তাইৰ কি এটা মন, এখন হৃদয় নাই?

ভায়েকটো আহি বিয়াৰ তাৰিখটো কৈ যোৱা দিন ধৰি যোৱা দুটা সপ্তাহ কেনেদৰে পাৰ হৈছে চন্দনাই ক'ব নোৱাৰে। নকওঁ নকওঁ বুলি এদিন তাই অফিচত খবৰটো প্ৰথমতে ক'লে ফুকননী বাইদেউক। হঠাতে দৌৰাদৌৰিকৈ তাই চুৰেটোৰ এটা গুঠিবলৈ লৈছিল, সেই প্ৰসঙ্গতে কথাটো ওলাল। তাৰ পাক্‌মুহূৰ্ততে বনজুইৰ দৰে বিয়পি গ'ল সেই খবৰ। আনকি ফাইল এটাত চহী কৰাবলৈ যাওঁতে ডাইৰেক্টৰেও তাইক শুভেচ্ছা জনালে। হোষ্টেলতো আটাইৰে মাজত একেটি আলোচনা, হ'নিমুন ক'ত হ'ব, দাৰ্জিলিং নে ছিমলা? নাই নাই, কাশ্মীৰলৈ এতিয়া যাব নালাগে, বৰ গোলমাল চলি আছে, ছিমলাই বঢ়িয়া হ'ব, পাৰিলে লগতে কুল্লু-মানালি। কুল্লুত যে ইমান ধুনীয়া ধুনীয়া শ্বল পোৱা যায়। কত যে কথা, কত যে পৰামৰ্শ ছোৱালীবোৰৰ। এদিন ফুকননী বাইদেৱে তাইক চেগবুজি কথাটো সুধিলে— ল'ৰাজনে তাইৰ সেই কথাটো জানে নে নাজানে? তাই একেষাৰতে কৈ থ'লে— জানে। মাকে তাইক কৈছিল— কথাটো তেওঁলোকক জনোৱা হৈছে। তাইৰ বাবে পৃথিবীত একেবাৰে ওচৰৰ, আটাইতকৈ বিশ্বাসযোগ্য ব্যক্তিজন হ'ল তাইৰ মাক। ইয়াৰ পূৰ্বেও মাকে নিঃসঙ্কোচে তাইৰ সেই কথাটো প্ৰতিটো পক্ষকে জনাই আহিছে আৰু জনাৰ পিছত ফটো ঘূৰি আহিছে। কিন্তু, এইবাৰ কিয় এনে হ'ল? মাকে কথাটো লুকাই কিয় তাইৰ ওচৰত ইমান ডাঙৰ অন্যায় কৰিলে?

বাপেকক সৰুতে হেৰুৱাই চন্দনাই জীৱনত প্ৰথমটো আঘাত পাইছিল। দ্বিতীয়টো আঘাত পাইছিল প্ৰথমবাৰ হ'বলগীয়া বিয়াখন যেতিয়া এই একেটা কাৰণতে ভাঙি গৈছিল। তাই তেতিয়া কলেজৰ ছাত্ৰী। চন্দনাই তেতিয়াই মাকক কৈছিল— এইবোৰ একো কৰিব নালাগে, তাই পঢ়িব, পঢ়ি উঠি কিবা এটা কৰি খাব। তাই তাইৰ জেদ পূৰণ কৰিলে আৰু মাকৰ হাক-বচনক আওকাণ কৰি টাইপিষ্টৰ চাকৰিটো পাই ঘৰ এৰি চহৰ পালেহি। মহিলা কৰ্মচাৰীৰ এই হোষ্টেলটোত তাই জীৱনৰ পাঁচটা বছৰ পাৰ কৰিলে। ইয়াৰ মাজতে তাইৰ সকলো অনুৰোধ উপেক্ষা কৰি মাকে আৰু পাঁচবাৰ এজন জোঁৱাইক আদৰাৰ সপোন দেখিলে, ফটো গ'ল, ঘুৰি আহিল। চাহ-তামোল লৈ সাজি কাচি তাই সস্তীয়া পণ্যৰ দৰে মানুহৰ আগলৈ ওলাল আৰু প্ৰতিবাৰেই ঘটনাবোৰে গাভৰু মনটোক একেবাৰে জোঁকাবি গ'ল। শেষত সকলো জানি বুজিও মাকে এয়া...।

আজি তাই অফিচ কৰা নাই। বৰবাবুৰ ওচৰত সদ্যহতে এমাহৰ বাবে ছুটীৰ দৰ্খাস্তখন দি বাহিৰে বাহিৰে বজাৰৰ ফালে গৈছিল। বস্তু-বাহানি তেনেকৈ একো কিনা হোৱাই নাই। তাই ভাবি আছিল— মাকৰ লগত হিচাপ এটা কৰি পিছত এদিন বা দুদিনত একেলগে কিনি পেলাব। কিন্তু কাইলৈ যদি ঘৰলৈ যায়, শুদা হাতে যাবনে? লগৰ টাইপিষ্ট বৰ্ণালীক লৈ সেয়ে তাই দুবিধমান বস্তু কিনিলে— মাকৰ বাবে এযোৰ উকা পাতৰ কাপোৰ, ভায়েকৰ বাবে চাৰ্ট-পেন্টৰ দুটা পিছ, এটা চুৰেটাৰ, তাইৰ বাবে শাৰী এখন, লগতে মাইকী মানুহৰ বাবে লগা দুই চাৰিটা সৰু সৰু বস্তু। বৰ্ণালীয়ে শাৰীখনৰ ৰঙটো পছন্দ কৰিলে, পাতল গুলপীয়া। তাইৰো প্ৰিয় ৰঙ। মানুহজনে বা আকৌ কি ৰঙ ভাল পায়! 'লহকৰ টি ষ্টল'ত চাহ একোকাপ খাই বিয়ালৈ যাবলৈ আৰু এবাৰ সকিয়াই বৰ্ণালীক বিদায় দি তাই এইমাত্ৰ আহি হোষ্টেল সোমাইছেহি। হোষ্টেলৰ পৰিবেশ নিমাওমাও। বাহৰ চৰাইবোৰ এতিয়াও ওভোতাৰ সময় হোৱাহি নাই।

বস্তুকেইপদ বিছনাতে দলি মাৰি থৈ তাই এবাৰ আয়নাখনৰ সন্মুখত থিয় হ'ল। চকুৰ তলেৰে সামান্য কলা দাগ পৰিছে, নাক আৰু গালৰ সংযোগ

স্থানৰ কাষেদি এটা পাতল ৰেখা, হয়তো সামান্য বয়সৰ আচোৰ। বাকী ঠিকেই আছে। বিমল কাকতি। মানুহজনৰ কথা ভবাৰ লগে লগে তাই কিবা এটা শিহৰণ অনুভৱ কৰিলে। গাল দুখন হঠাতে গৰম হৈ গ'ল, সেই কলেজত পঢ়া দিনৰ দৰে।

'বাইদেউ' হঠাৎ কাৰোবাৰ মাতত তাই উচপ খাই উঠাৰ দৰে হ'ল। হোষ্টেলৰে নিবেদিতা। 'আপোনাৰ ভাইটি অজয় আহিছিল, অফিচলৈকো গৈছিল হেনো, আপোনাক লগ নাপালে। আপোনাক কাইলৈ যেনেতেনে ঘৰলৈ যাব দিছে, এইখন চিঠি।'

নিবেদিতাৰ হাতৰ পৰা চিঠিখন লওঁতে তাই হাতখন কঁপা যেন পালে। মাকে তেন্তে তাই যোৱা তাৰিখটো নাজানে নেকি? নহ'লেনো মুৰামুৰি সময়ত অজয়ক আকৌ কিয় পঠাব? নিবেদিতা ওলাই যোৱাৰ লগে লগে তাই চিঠিখন খুলিলে। কিন্তু এয়া তাই কি শুনিছে? সঁচানে কথাবোৰ? মাকে ইমান ডাঙৰ সত্য এটাক গোপন কৰিবলৈ কিয় যত্ন কৰিছিল? বোধহয় জীৱনত সন্তানৰ মোহে প্ৰথমবাৰৰ বাবে এঘৰ মানুহৰ ওচৰত মিছা কথা ক'বলৈ, অপমানৰ বোজা ব'বলৈ মাকজনীক বাধ্য কৰালে।

অফিচলৈ যোৱা কাপোৰযোৰ নোখোলাকৈ চন্দনাই বিছনাত পৰি গাৰুত মূৰটো গুজি কথাবোৰ ভাবি গ'ল। গোটেই ঘটনাটোক কেন্দ্ৰ কৰি মাকৰ ছবিখনহে বাৰে বাৰে মনলৈ আহিল। কিযে কষ্ট পাইছে মানুহজনীয়ে। চন্দনাই এইবাৰ তাইৰ সোঁভৰিৰ কলাফুলৰ সেই বগা দাগটোৰ ফালে চালে। সৰীসৃপৰ দৰে যেন লাহে লাহে ওপৰলৈ বগাই আহিছে, এদিন হয়তো গোটেই মানুহজনীকে গিলি থ'ব। উহ! বৰ অসহ্য। এইটো এটা দাগ নহয়, এডাল প্ৰকাণ্ড হুল। ক'ৰবাত কিবা অভিশাপত সোমাই সেই হুলে দুখনি মাতৃ হৃদয়ক বিন্ধি থকা-সৰকা কৰি দিছে, তাৰ বিষে তিলতিলকৈ হৃদয় দহিছে। তাই গাৰুটোৰ এটা অংশ সেমেকি উঠা যেন পালে।

লাহে লাহে কোঠাটো অন্ধকাৰ হৈ আহিল। ৰুমমেট গায়ত্ৰী দত্ত এতিয়াও আহি পোৱাহি নাই। উঠি গৈ লাইটৰ চুইচটো টিপি দিবলৈকো চন্দনাৰ ভয় লাগিল, জানোচা বাল্বটো ফিউজ হৈ আছে।

---

পূৰ্বালী/১৯৯৩

# শিপা

বাছৰ পৰা নামিয়ে নন্দিতাই কোঁচ খোৱা শাৰীখন অলপ তললৈ টানি দি, বুকুৰ ওপৰৰ আচলটো ঠিক কৰি লৈ সোঁৱে বাঁৱে এবাৰ চালে আৰু অতি সাৱধানে হাইৱেটো পাৰ হ'ল। লগে লগে তাই বেগত থকা ৰঙীন ছাতিটো মেলি লৈ পথৰুৱা কেঁচা ৰাস্তাটোৱে আগবাঢ়িল। হাইৱেৰ পৰা সিহঁতৰ গাঁওখনলৈ ডেৰ কিলোমিটাৰ মান ৰাস্তা সোমাই যাব লাগে। ৰাস্তাটোৱে দুখন এখন স্কুটাৰ, ৰিক্সা আৰু চাইকেলত বাহিৰে অইন যান-বাহন নচলে। ঘূৰি আহোঁতে এই পথছোৱাত তাই প্ৰায়েই হাইস্কুলৰ ছাত্ৰ-ছাত্ৰীবোৰ, সিহঁতৰ কলেজত পঢ়া গীতালি, মন্‌মী, জোনালী, ৰূপাহঁতক লগ পায়। আজি শনিবাৰ। স্কুলবোৰ আগেয়ে ছুটী হ'ল। সিহঁতৰো ক্লাচ সোনকালে কেন্‌চেল হৈছিল যদিও শিক্ষক গোটৰ এখন জৰুৰী সভাত তাই থাকিবলগীয়া হ'ল। গ্ৰেচুইটি, পেন্‌চন, এৰিয়াৰৰ টকা, ডেফিচিট গ্ৰাণ্ট, চৰকাৰৰ উচ্চশিক্ষানীতি আৰু বহু কিবাকিবি বিষয়লৈ আলোচনা হ'ল। তাই সকলোবোৰ কথা এতিয়াও স্পষ্টকৈ বুজিয়ে উঠা নাই। কলেজৰ চাকৰিত সোমোৱা দুবছৰ পাৰ হৈছেহে। মিটিঙখনৰ বাবেই তাইৰ আজি কিছু পলম হ'ল। মানুহ-দুনুহ নথকা

পথছোৱা অতি চিনাকি সত্ত্বেও নন্দিতাই আজি কিছু অকলশৰীয়া অনুভৱ কৰিলে।

ৰাস্তাটো একেবাৰে জনশূন্য হৈ আছে। দাঁতিত এৰাল দি থোৱা দুই-চাৰিটা গৰু-ছাগলীয়ে ঘাঁহ খাই আছে। দুয়োকাষে ধাননি পথাৰ। কিছুদিন আগেয়ে মানুহে ভুঁই ৰুই উঠিছে। পথাৰখনলৈ চালে এখন বহল সেউজীয়া দলিচা পাৰি থোৱা যেন লাগে। মাজে মাজে ৰিব্ৰিব্ বতাহে তাৰ ওপৰেদি নাচি নাচি সুঁহুৰি বজাই গৈছে। কি অপূৰ্ব দৃশ্য! চেপ্তেম্বৰ মাহ শেষ হওঁ হওঁ। আবেলি প্ৰায় চাৰিমান বাজিছে যদিও ৰ'দৰ চোক কমা নাই। নন্দিতা গৈ কাঠৰ দলংখনৰ ওপৰ পালে। এই ফালেদি পানীৰ এটা ডাঙৰ সোঁত বয়। বাৰিষা প্ৰায়ে দলঙৰ দুয়োটা মূৰ চিগে। খৰালিত দলঙৰ তলৰ পানী নুশুকায়। কাঠৰ এই ভগা-ছিগা দলঙখনেৰেই সিহঁতৰ লগতে পশ্চিমফালে থকা নমাটি, উকীলবস্তি, মাজগাঁও, পল্লাৰপাৰ আদি সৰু সৰু গাঁওবোৰে বাহিৰৰ পৃথিৱীখনৰ সৈতে যোগসূত্ৰ স্থাপন কৰে। স্কুটাৰ, চাইকেল, ঠেলাগাড়ী, গৰুগাড়ী আদি কিবাকৈ পাৰ হয়। দলংখন ভাল কৰাৰ, পকী কৰাৰ প্ৰতিশ্ৰুতিবোৰ ইলেক্চনৰ সময়ত অহা মন্ত্ৰী, এম. এল. এ.ৰ গাড়ীৰ ধুলিৰ লগতে উৰি যায়।

দলঙৰ ওপৰত খোজৰ বেগটো অলপ কমাই দি বেগৰ পৰা ৰুমালখন উলিয়াই নন্দিতাই তাইৰ ঘামি উঠা মুখখন এবাৰ মোহাৰি ল'লে। দলঙৰ তলৰ পানীৰ যুৱলিত বহি দুটা সৰু ল'ৰাই বৰশী বাই থকা তাইৰ চকুত পৰিল। সিহঁত দুটাই তাইৰ পিনে এবাৰ মূৰ তুলি চাই পুনৰ বৰশীৰ পুঙাৰ ওপৰত চকু থলে। দলঙখনৰ পশ্চিম মূৰে থকা কদম গছজোপাৰ তলত কেইজনীমান গৰু শুই ঘাঁহ পাগুলি আছে। ওচৰতে এজন মানুহো বহি আছে। তাই ভালদৰে চিনি নাপালে। সম্ভৱ গৰখীয়া। সিহঁতৰ গাঁওৰ নহয়। নন্দিতা আগবাঢ়ি থাকিল। ছাতিটো জপাই ল'লে। এইখিনিৰ পৰা দুয়োকাষে গছ আৰু বাঁহনি। ছাঁ পৰি আছে। অলপ আগৰ কেকুৰিটো ঘূৰিলেই তাই গাঁৱত সোমাব।

কেকুৰিটোৰ কথা ভাবোঁতেই তাইৰ এমাহমান আগতে হোৱা ঘটনাটো মনত পৰিল। লগে লগে তাইৰ বুকুখন চিৰিংকৈ উঠিল। সিদিনা দেওবাৰ

আছিল। আবেলি তিনিমান বাজিছিল চাগে। হঠাতে ফটকা ফুটাৰ দৰে শব্দ এটা হ'ল। গাঁওতত্তো কাৰো ঘৰত কোনো উছব-পাৰ্বন নাই। প্ৰথমে কোনোৱে একো তাৰ্কবই পৰা নাছিল। এনেতে ল'ৰা এজনে উধাতু খাই লৰি আহি নন্দিতাৰ দেউতাকক প্ৰথমে খবৰটো দিলে— ঠিক কেকুৰিটোতে ৰাস্তাৰ ওপৰত বোমা ফুটিছে। কেইজনমান মিলিটাৰী খোজকাঢ়ি আহি আছিল। উগ্ৰপন্থী বিচাৰি। তাৰে দুজন থিতাতে মৰিল। বচ্। চাৰিওফালে হুৰা দুৰা লাগি গ'ল। নন্দিতাৰ দেউতাক মৌজাদাৰ হৃদয়ানন্দ চৌধুৰীৰ ওচৰলৈ মানুহবোৰে আহি ক'লে— কিবা এটা কৰক। নাই, তেওঁ একোৱেই কৰিব নোৱাৰিলে। দুই-তিনি দিন ধৰি সমগ্ৰ মৌজাখনৰ মানুহে ৰাতি শুব নোৱাৰিলে। মিলিটাৰীৰ অত্যাচাৰ চলিল। বুটজোতাৰ গোৰ, লাঠীৰ কোব, বন্দুকৰ খুন্দাত অনেক ঘূণীয়া হ'ল। গা ঠেতেলা হ'ল। ডেকা-ল'ৰাবোৰ যেনিয়ে-তেনিয়ে পলাল। জীয়ৰী-বোৱাৰীও সিহঁতৰ অশালীন ব্যৱহাৰৰ পৰা বাদ নপৰিল। উগ্ৰপন্থী বিচৰাৰ নামত মিলিটাৰীবোৰে উৰহৰ খং ভগা ঢাৰিত জাৰিলে।

কেইদিনমান পিছত, পৰিস্থিতিটো কিছু স্বাভাৱিক হোৱাৰ পিছত গাঁৱৰ দুই এজনে মুখ খুলিলে। মিলিটাৰী এনেয়ে অহা নাছিল। গাঁৱৰে দুজন ডেকা ল'ৰা কিবা এটা উগ্ৰপন্থী সংগঠনৰ সৈতে জড়িত। প্ৰথমতে নন্দিতাই কথাটো বিশ্বাসেই কৰিব পৰা নাছিল। যি দুজন ডেকা ল'ৰাৰ কথা ওলাইছে, সিহঁত দুয়োকে তাই সৰুৰে পৰাই জানে। দুয়ো তাইৰ সমবয়সৰ। একেলগে স্কুল-কলেজত পঢ়া। দুয়োৰে চাকৰি-বাকৰি, কাম-কাজ একো নাই। এজনৰ শিক্ষা-দীক্ষাও সম্পূৰ্ণ নহ'ল। আনজন বৰ মেজাজী। ডিগ্ৰীটো লোৱাৰ পিছত সি শিক্ষাৰ কোনো মূল্যই বিচাৰি নোপোৱা হ'ল। সিহঁত দুয়ো মাজে মাজে গাঁৱৰ পৰা নোহোৱা হোৱাৰ খবৰ নন্দিতাই পায়, কিন্তু সিহঁত উগ্ৰবাদী হ'ব পাৰে, কথাটো মানি ল'বলৈ বৰ টান লাগে তাইৰ।

ডেকা দুজনৰ প্ৰথমজন গজেন মাষ্টৰৰ ল'ৰা প্ৰশান্ত। বিটায়াৰ হোৱাৰ আগে আগে গজেন মাষ্টৰ ঢুকাল। ছয়-সাত বছৰ মানেই হ'ল চাগে। মানুহজন

বেছ্ সৎ, আপোন ভলীয়া আছিল। বেয়া বেমাৰে পালে। অ'ৰ ত'ৰ পৰা টকা-পইচা অলপ গোটাই লৈ ভেলোৰলৈকেও গৈছিল। কাম নহ'ল। লাষ্ট ষ্টেজ। ঘূৰি অহাৰ এমাহ মান পিছতে এদিন তেজ-বমি কৰি মানুহজন মৰি থাকিল। ঘৰৰ ডাঙৰ আৰু একমাত্ৰ ল'ৰা প্ৰশান্তই আক-তাক ধৰি মেলি চাইছিল, বাপেকৰ প্ৰাইমাৰী স্কুলৰ চাকৰিটো লোৱাৰ বাবে। নহ'ল। তাৰ পিছৰে পৰা সি হতাশাত ভুগিল। স্বভাৱ চৰিত্ৰও লৰিল। পঢ়াশুনা বাদ দিলে। দিনৰ দিনটো ইঘৰ-সিঘৰত খুৰী-পেহী বুলি মাত দি ঘূৰি ফুৰা ল'ৰাজন, প্ৰাইমাৰী স্কুলৰ সন্মুখত হোৱা সৰস্বতী পূজাত পেণ্ডেল সাজি কণ কণ ল'ৰা-ছোৱালীৰ মাজত আপোন-পাহৰা হৈ যোৱা ল'ৰাজন, কাৰোবাৰ ঘৰত অসুখ-বিসুখ হ'লে দৰকাৰত ৰাতি উঠি গৈও ডাক্তৰ-কবিৰাজ মাতি অনা ল'ৰাজন, শংকৰ উৎসৱত সেৱক সংঘৰ চোতালত নাটক কৰা ল'ৰাজন, এদিন অকলে অকলে জুপুকা মাৰি থকা হ'ল। সেইজন ল'ৰাই বাৰু হাতত বন্দুক তুলি লৈ মানুহ মাৰিব শিকিলেনে? নন্দিতাৰ ভাবিবলৈ কষ্ট হ'ল।

দ্বিতীয়জন ফণীন্দ্ৰ মহাজনৰ পুতেক জয়ন্ত। ফণীন্দ্ৰ মহাজনে ডেকাকালত কান্ধত ভাৰ পাচিলৈ উজনিৰ নগাঁওৰ পিনে কাঁহ-পিতলৰ বাচন বিক্ৰী কৰি ফুৰিছিল। তেনেকৈয়ে দুপইচা আৰ্জি এবিঘা-দুবিঘা কৈ গাঁৱৰ বহুতৰে মাটি-বাৰী বন্ধকত ল'লে। দিন ভাল হ'লে বোলে কুকুৰেও মৈ টানে। চাওঁতে চাওঁতে ফণীন্দ্ৰ বেপাৰী এদিন মহাজন হ'ল। ধানৰ মিল খুলিলে। ভোগপুৰৰ তিনি আলিত মাটি কিনি ঘৰ সাজি কাপোৰৰ দোকান দিলে। এটা ঘৰ গাঁৱলীয়া বেংকে ভাৰাত ল'লে। সকলো ঠিকেই আছিল। পিছে ল'ৰাজনহে তেওঁৰ ওলোটা হ'ল। পঢ়াশুনাত সি ভালেই আছিল। পদাৰ্থ বিজ্ঞানত মেজৰ সহ বি. এচ্ চি পাছ কৰিছিল। তাৰ পিছত আৰু পঢ়াৰ কথা নাভাবিলে। দুবছৰ মান অ'ত ত'ত দুটা এটা ইন্টাৰভিউ দিছিল। লাভ একো নহ'ল। ইচ্ছা কৰা হ'লে বাপেকৰ পৰা টকা লৈ ঘোচ দি সি চাকৰি এটা ল'ব পাৰিলেহেঁতেন। তেনে টোপ আহিছিলো। সি নল'লে। লোৱাৰ মানসিকতা তাৰ গঢ়ি নুঠিল।

নন্দিতাই কলেজত পঢ়ি থকা সময়ত তাইৰ লগৰ অজন্তা, গাৰ্গীহঁতে ধেমালি কৰি কথাই কথাই এদিন কৈছিল— জয়ন্তৰ হেনো তাঁইৰ প্ৰতি কিবা এক দুৰ্বলতা আছে। নন্দিতাই কিন্তু কথাটোত অকণো গুৰুত্ব নিদিলে। অই মৰম আৰু দুৰ্বলতাৰ পাৰ্থক্যও বিচাৰি উলিয়াবলৈ যত্ন নকৰিলে। কি আছিল জানো ল'ৰাজনৰ নাম। হয়, অবিনাশ কাকতি। কলেজখনৰ সাংস্কৃতিক সম্পাদক। কোৰাচ গাবলৈ, নাটক এখনত পাৰ্ট এটা ল'বলৈ, সাংস্কৃতিক সন্ধিয়াত বিহু নাচ নাচিবলৈ অনুৰোধ কৰি দুদিনমান সি নন্দিতাৰ পিছে পিছে ঘূৰিছিল। ৰাতি হ'লেও কোনো অসুবিধা নাই। তাৰ গাড়ী আছে। নিজে থৈ যাব। মুখেৰে নকলেও তাৰ চকু আৰু মুখৰ চেহেৰাই নন্দিতাক বহুত কথা কৈছিল। তাই 'হ'ব বাৰু' বুলি কওঁ কওঁ অৱস্থা এটা পোৱাৰ মুহূৰ্ততে হঠাৎ জয়ন্ত আহি সকলো ওলট-পালট কৰি দি কৈছিল— 'অবিনাশ, তুমি নন্দিতাৰ পাছত মিছাতে লাগিছা। তাই সেইবোৰ একো নকৰে। আজিৰ পৰা তাইক দিগদাৰী নিদিবা।' লাজত ৰঙা-চিঙা পৰি অবিনাশ আঁতৰি গৈছিল। নন্দিতায়ো একো উত্তৰ দিব পৰা নাছিল। তাইৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত অভিভাৱকৰ দৰে মাত মাতিবলৈ জয়ন্তই বাৰু ইমানখিনি সাহস ক'ত পাইছিল নন্দিতাই দঁকৈ একো নাভাবিলে।

ভোগপুৰত হোৱা শঙ্কৰ উৎসৱত 'সেৱক সংঘই' এবাৰ 'লভিতা' নাটকখন মঞ্চস্থ কৰিছিল। অভিনেতা-অভিনেত্ৰী বাছনি কৰাৰ দিনাখন নন্দিতা আৰু আন কেবাজনী ছোৱালীক সংঘৰ সভালৈ মাতিছিল। বহুতে বহুত কথা কৈছিল। 'লভিতা'ৰ চৰিত্ৰটোৰ ওপৰতে সকলোখিনি নিৰ্ভৰ কৰে। কাক দিয়া যায়। পিছফালে বহি মনে মনে থকা জয়ন্তই হঠাতে উঠি কৈছিল— 'ভোগপুৰ অঞ্চলত লভিতাৰ চৰিত্ৰত অভিনয় কৰিব পৰা ছোৱালী এজনীয়ে আছে— নন্দিতা।' বচ্। আৰু কোনোৱে একো মাত নামাতিলে। লভিতাৰ চৰিত্ৰত নন্দিতাৰ অভিনয়ৰ কথা এতিয়াও অঞ্চলটোৰ মানুহৰ মুখে মুখে শুনা যায়। সেয়া বাৰু নন্দিতাৰ প্ৰতি জয়ন্তৰ বিশ্বাস, মৰম নে দুৰ্বলতা আছিল!

সলসলীয়াকৈ বক্তৃতা দিব পৰা, কিতাপ পঢ়ি, ক্ৰিকেট খেলি ভালপোৱা,

দূৰন্ত সাহসী, ন্যায়ৰ হকে মাত মতা সেই ল'ৰাজনে এদিন প্ৰশান্তৰ সৈতে লগলাগি ক'ৰবালৈ গুচি গ'ল। মাক-বাপেক, আত্মীয়-কুটুম্ব, লগ-বন্ধু কোনোৱে একো আলুতালুই নাপালে। মুখ বাগৰি বাগৰি এদিন কথাটো এনে হ'ল— সিহঁত দুটাই আচলতে হাতত বন্দুক লৈ হাবি-জংঘলে ঘূৰি ফুৰা ডেকাবোৰৰ লগ লাগিল। আৰু উভতি নাহে। নোপোৱাৰ হিচাপবোৰ কৰি থাকোঁতে থাকোঁতে ক'ৰবাত কিবা এটা পাই যোৱা যেন লাগে বাবেই বোধহয় জীৱনত মানুহে ৰাস্তা ভুল কৰে। সেই ৰাস্তাৰে কিছুদূৰ আগবাঢ়ি যোৱাৰ পিছত ইচ্ছা কৰিলেও উভতি অহাৰ ৰাস্তাটো আৰু কঠিন হৈ পৰে। নন্দিতায়ো কথাবোৰ তেনেকৈয়ে ভাবিছিল।

কিন্তু সকলোকে আচৰিত কৰি দি সিহঁত দুটা এদিন গাঁওলৈ ঘূৰি আহিল। তাৰ পিছদিনাখনেই গাঁৱৰ কেকুৰিটোত, জয়াল ঠাইখিনিত বোমা ফুটিল। সিদিনাখনেই ৰাতি গাঁৱৰ ঘৰে ঘৰে মিলিটাৰী সোমাল। ৰামেশ্বৰ কবিৰাজৰ পুখুৰীৰ দক্ষিণফালে থকা ধানখেৰৰ পুঁজিটোত শুই থকা অৱস্থাত সিহঁত দুজনক মিলিটাৰীয়ে ধৰিলে। ধৰি ক'লৈ নিলে, কি কৰিলে কোনোৱে নাজানিলে। বাতৰি কাকতত চৰকাৰী মুখপাত্ৰই বিবৃতি দিলে— মিলিটাৰীৰ দ্বাৰা দুজন দুৰ্ধৰ্ষ উগ্ৰবাদী গ্ৰেপ্তাৰ, লগত দুটা পিস্তল আৰু বহুতো আপত্তিজনক নথিপত্ৰ উদ্ধাৰ। স্থানীয় সংবাদদাতাই লিখিলে— মিলিটাৰীৰ দ্বাৰা নিৰীহলোকৰ ওপৰত অত্যাচাৰ। জীয়ৰী-বোৱাৰীও বাদ পৰা নাই। দুদিনমান পিছত জিলা কৰ্তৃপক্ষই স্পষ্টীকৰণ দিলে— বাতৰি কাকতৰ কথাবোৰ অতিৰঞ্জিত, মনেসজা। মিলিটাৰীয়ে মানুহক সোধ-পোছহে কৰিছে। অত্যাচাৰৰ কোনো তথ্য চৰকাৰৰ হাতত পৰা নাই। ৰাইজে যাতে হিংসাক প্ৰশ্ৰয় নিদিয়ে, শান্তি-সম্প্ৰীতি বজাই ৰাখে। ৰাইজেনো কেতিয়া কাৰ শান্তি ভঙ্গ কৰিছে নন্দিতাই বুজি নাপায়।

কথাবোৰ ভাবি ভাবি থাকোঁতে নন্দিতাই কেতিয়া কেকুৰিটো পাৰ হ'ল গমকে নাপালে। দূৰৈৰ পৰাই তাইৰ সিহঁতৰ ঘৰটো চকুত পৰিল। এইবাৰ তাইৰ বুকুখন কঁপি উঠিল। ঘটনাটো কি! সিহঁতৰ পদূলিত ইমানবোৰ মানুহ

কিয় গোট খাইছে? দুই-তিনিখন গাড়ী, পুলিচ। বজাৰত সাপ নচুওৱা মানুহজনক আগুৰি ধৰাৰ দৰে মানুহবোৰে জুমি জুমি কিবা চাইছে। কোনোবাই কান্দিছেও মাতটো তিৰোতা মানুহৰ। সিহঁতৰ ঘৰত কাৰো একো হোৱা নাইতো? নন্দিতাই কলেজলৈ যোৱাৰ সময়ত সকলোবোৰ ঠিকেই আছিল। দেউতাকৰ গাটো দুদিনমান ধৰি বিশেষ ভাল নহয়। প্ৰেছাৰটো হাই হৈ আছে। ডাক্তৰ আহিছিল। চিন্তাৰ কোনো কাৰণ নাই বুলি কৈছে। নে দেউতাকৰে হঠাৎ কিবা এটা ....। নাই, নাই। তাই আৰু ভাবিব নোৱাৰিলে।

পদূলি মুখৰ পৰা মানুহৰ ভিৰ ঠেলি নন্দিতাই চোতালত ভৰি থলে। পুৱফালে শেৱালি জোপাৰ ওচৰত বগা কাপোৰেৰে দুটা মৃতদেহ ঢাকি থোৱা আছে। হাতত বন্দুক লৈ চাৰিজন মিলিটাৰীয়ে মৃতদেহ দুটা পহৰা দি আছে। তাই আৰু এটা জোকাৰণি খালে। মূৰ তুলি চাই দেখিলে দেউতাকে বাৰাণ্ডাত চকী এখনত নিৰ্বিকাৰভাৱে বহি আছে। সোঁফালে বহিছে দুজন পুলিচ বিষয়া। বাওঁফালে মাক। ককায়েকে মানুহবোৰৰ সৈতে কথা পাতি ইফাল সিফাল কৰি আছে। নন্দিতা নিশ্চিত হ'ল— ঘৰত কাৰো একো হোৱা নাই।

কাকো একো নোসোধাকৈ নন্দিতা ঘৰৰ ভিতৰলৈ সোমাই গ'ল। বেগটো বিছনাতে দলি মাৰি থৈ তাই আকৌ বাজলৈ ওলাই আহিল। বাৰাণ্ডাত থিয় হোৱাৰ লগে লগে চুবুৰীয়াৰ প্ৰণীতা আৰু গীতিকাই ওচৰ চাপি আহি তাইক জনালে— চোতালত শুই থকা দুজন প্ৰশান্ত আৰু জয়ন্ত। সিহঁতক ধৰি নি ইমানদিনে হেনো মিলিটাৰী কেম্পতে ৰাখিছিল। তাৰে পৰা কালি নিশা পলাব খোজোতে মিলিটাৰীয়ে গুলী চলাবলৈ বাধ্য হ'ল। দুপৰীয়া মৃতদেহ দুটা পৰিয়ালৰ লোকক চমজাই দিবলৈ আহোঁতেই ঘটনাই এই ৰূপ ল'লে। উত্তেজিত ৰাইজৰ দাবীত পুলিচে মৃতদেহ আনি মৌজাদাৰৰ চোতালত থবলৈ বাধ্য হ'ল। দুজন ডেকা ল'ৰাক ষড়যন্ত্ৰ কৰি নিৰ্মমভাৱে, জঘন্যভাৱে গুলীয়াই মৰা হৈছে। ৰাইজক ন্যায় বিচাৰ লাগে। হৈ হাল্লা, চিএৰ-বাখৰ, উচিত-অনুচিত, নানা ধৰণৰ বিতৰ্ক, চকুপানীৰ মাজেৰে সময়বোৰ গৈ আছে। ডি. চি. লৈ খবৰ পঠিওৱা হৈছে। নহালৈকে ৰাইজে নেৰে।

প্ৰশান্ত আৰু জয়ন্তৰ মুখ দুখন এবাৰ চোৱাৰ ইচ্ছা গ'ল নন্দিতাৰ। বহুদিন সিহঁত দুটাক তাই দেখা নাই। তাই লাহে লাহে মৃতদেহৰ ওচৰ চাপিল। মিলিটাৰী দুজন আগবাঢ়ি আহিল। তাইক চুবলৈ মানা কৰি এজনে লাহেকৈ বগা কাপোৰ দুখন গুচাই দিলে। নন্দিতাই তাইৰ শৈশবৰ, যৌৱনৰ সহপাঠী দুজনৰ মুখ দুখন চালে। মুখমণ্ডলত দাড়ি। যথেষ্ট ক্ষীণাইছে। কিমান দিন বা সিহঁতে খোৱা নাই, শুৱা নাই। আজি বৰ শান্তিৰে শুইছে। ফুলৰ বুকুত নহয়, তেজৰ শেতেলিত।

অলপ পিছত ডি. চি. আহিব। তেওঁ কিবা এটা ক'ব, বুজাব, আশ্বাস দিব। মানুহবোৰৰ উত্তেজনাই শাম কাটিব। সন্ধিয়া বা নিশালৈ নদীৰ পাৰৰ মথাউৰিটোৰ কাষত দুকুৰা চিতাৰ জুই জ্বলিব। দুজন ডেকা ল'ৰাৰ অস্তিত্ব চিৰদিনৰ বাবে হেৰাই যাব। কিন্তু শিপাডাল? ডাল-পাত কাটিলেই সকলো গছ নমৰে। শিপা জীয়াই থাকিলে তাৰ পৰা পুনৰ গজালি মেলে। নতুন গছ হয়। আমি সেই শিপাডালৰ সন্ধান কৰিব নোৱাৰোঁনে য'ৰ পৰা গজি উঠিব সেউজীয়া ডাল-পাতেৰে এজুপি প্ৰেমৰ গোলাপ!

কথাখিনি ভাবি, সেমেকি উঠা চকুহাল মোহাৰি নন্দিতাই পশ্চিম আকাশত ডুবো ডুবো হোৱা সূৰ্যটোৰ পিনে চাই পঠিয়ালে।

---

# এন্দুৰ

কিতাপখন লেমটোৰ আৰু অলপ ওচৰলৈ নি মহীধৰে অংকটো আকৌ এবাৰ পঢ়িলে— 'এটা চৰকাৰী গুদাম ঘৰত এশ কুইণ্টল চাউল আছিল— ঠিক আছে। এটা এন্দুৰে যদি এক ঘণ্টাত এশ গ্ৰাম চাউল খায়, কি ক'লে? এটা এন্দুৰে এক ঘণ্টাত এশ গ্ৰাম চাউল খায়? বাপৰে বাপ্‌, কি তাজ্জব কাণ্ড! ঠিক আছে, খালে বাৰু। খোৱাৰ পিছত কি হ'ল? তেন্তে এৰাতিত অৰ্থাৎ দহ ঘণ্টাৰ ভিতৰত গুদামৰ আটাইখিনি চাউল খাই শেষ কৰিবলৈ কিমান এন্দুৰৰ প্ৰয়োজন হ'ব?'

এইবাৰ মহীধৰে সশব্দে হাঁহি উঠিল। পাগঘৰত ভাত ৰান্ধি থকা মাকে— 'কিতাপ পঢ়াৰ সময়ত অকলে অকলে তেনেদৰে হাঁহিবলৈ মূৰৰ দোষ হোৱা নাইতো, দিনৰ দিনটো বাহিৰতেই যায়, ৰাতি-বেলি কিতাপখন হাতত ল'লেও দেখোন তোৰ কিবা নাটক আৰম্ভ হয়' বুলি কিবা-কিবি ভোৰভোৰালে। পিছৰ ফালৰ কথাখিনি তাৰ কাণত ভালদৰে নোসোমাল। তথাপি সি বুজি পালে প্ৰত্যেক মাক-বাপেকৰে সন্তানৰ প্ৰতি চকু দিয়াৰ যি দায়িত্ব আছে, মাকে সেই নিয়মটোকেই পালন কৰিছে। আক্ষৰিক শিক্ষা-দীক্ষা নথকা মাকে বেলেগ

নহ'লেও এটা কথা ঠিক জানে যে পঢ়াশুনা কৰাৰ সময়ত আকৌ হাঁহি-ধেমালি কিয়? মাকে মাজে মাজে কিবা এফাঁকি বচনো মাতে— 'পঢ়ে পঢুৱায় ৰোৱে পাণ, এই তিনিয়ে নিচিন্তে আন।' এৰা, পঢ়াৰ সময়ত আন কথা ভবা উচিত নহয় বুলি সিয়ো জানে; পিছে অংকৰ কিতাপত বান্দৰে তেলৰ খুটা এটাত এখোপ ওপৰলৈ উঠি দুখোপ তললৈ নমা, এন্দুৰে বস্তা কুটি কুটি চাউল খোৱা, চৌবাচ্চাৰ পৰা নলীৰে পানী ওলোৱা আদি অংকবোৰ পঢ়িলেই তাৰ মনত কিবাকিবি চিন্তাবোৰ আহি যায় আৰু সি ক'ব নোৱাৰাকৈয়ে কেতিয়াবা জোৰেৰে হাঁহি দিয়ে। এনে ধৰণৰ অংকবোৰ কেতিয়াবা তাৰ মাককো বুজাই ক'বৰ মন যায়। মাকে বেলেগ নুবুজিলেও চৌবাচ্চাৰ পৰা পানী ওলোৱা অংকটো বোধহয় সুন্দৰকৈ বুজি পাব। পানী ওলোৱা নলীৰ পৰিমাণ যদি বেছি হয় তেন্তে চৌবাচ্চাটো কাহানিও পূৰ নহ'ব। গতিকে অহৰ্নিশে সংগ্ৰাম কৰিব লাগিব পানী সোমোৱা নলীৰ সংখ্যা বঢ়াবলৈ বা ওলোৱা পথ বন্ধ কৰিবলৈ। মাকে বেছ সুন্দৰভাৱে জানে। তাৰ এইখিনি বয়সত দিনটোৰ কঠোৰ পৰিশ্ৰমৰ অন্তত সি পোৱা হাজিৰাৰ পইচা কেইটিৰে খালী পাত্ৰটো কোনোদিনে পূৰ হোৱাৰ আশা নাই। তাৰ কিবা পঢ়িবৰ, ডাঙৰ মানুহ হ'বৰ মন নাযায় নেকি? তাৰো বাপেকৰ যদি ধন সম্পত্তি থাকিলহেঁতেন, তেন্তে সিয়ো সুৰেন উকীল বা নৰকান্ত মহৰীৰ পুতেকৰ দৰে টিঘিল ঘিলাই ফুৰি নিচিন্ত মনে পঢ়া টেবুলত বহিব পাৰিলেহেঁতেন। সিহঁতৰ দৰে সুবিধা পোৱা হ'লে সি কিজানি শ্ৰেণীৰ প্ৰথম, দ্বিতীয় কিবা এটা হ'ব পাৰিলেহেঁতেন!

বাপেকৰ কথা মনত পৰাৰ লগে লগে পঢ়া টেবুলৰ সন্মুখত বাঁহৰ খুটাত গজাল মাৰি আঁৰি থোৱা বাপেক-মাকৰ যুগ্ম ফটোখনৰ ফালে তাৰ চকু গ'ল। বিয়াৰ ঠিক এসপ্তাহ পিছতে হেনো বাপেকে মাকক চহৰলৈ লৈ গৈ তেওঁৰ জীৱনৰ এই প্ৰথম আৰু শেষ ফটোখন তোলাইছিল। তাৰ পিছত বোধহয় মাত্ৰ চাৰিটা বছৰ। ঠিকেই। তাৰ জন্মৰ দুবছৰ পিছতে বোলে মানুহটো কাল হ'ল। অসুখ-বিসুখ দূৰৰে কথা, কোনোদিনে গাৰ আঙুলিয়েই তপত নহৈছিল মানুহজনৰ।

আগদিনা যাদৱ মহাজনৰ লগত বাপেকৰ প্ৰায় হতাহতি হোৱা অৱস্থা হেনো। মহাজনৰ মাটিত বাপেকে খেতি কৰিছিল। সেইবাৰ পুনৰ ধানৰ পৰিমাণ বঢ়াই দিব লাগে, তাকে লৈ ভীষণ কথা কটাকটি। পিছদিনা মনৰ জেদতে নে কি, খুব পুৱাতে উঠি মানুহজনে হালখন লৈ ওলাই গ'ল আৰু জেঠমহীয়া ৰ'দত ৰঙা-চিঙা পৰি ঘূৰি আহিল দুপৰীয়া। আহিয়ে পানী এঘটি খুজি ঘট্‌ঘটকৈ ডিঙিত বাকি দি মানুহজন হেনো ঘৰৰ বাৰান্দাতে হঠাতে ঢলি গ'ল। ঢলিল যে ঢলিলেই। মাকৰ ইননি-বিননি শুনিবলৈ মানুহজনে আৰু চকু নেমেলিলে। মাকে কোৱা মতে সেই মুহূৰ্তত সি হেনো এবাৰ মানুহবোৰৰ ফালে, এবাৰ বাপেকৰ মৃতদেহটোৰ ফালে ভেটভেট কৈ চাই আছিল আৰু তাৰ পিছত মাকৰ কোলাত উঠি সিয়ো হুৰাওৰাবে কান্দি উঠিছিল।

মহীধৰে পিন্ধি থকা গামোচাখনৰ আঁচলেৰে তাৰ চকুদুটা মোহাৰি ল'লে। তাৰ বাহুত পৰি তেজ পি পি নোদোকা হৈ মহ এটা ইতিমধ্যে উৰি গ'ল। মহে কামোৰা ঠাইখিনিত খজুৱাই অংকটো কৰাৰ উদ্দেশ্যেৰে সি বহীখন উলিয়াই ল'লে। তেনেতে পাগঘৰৰ পৰা মাক আহি তাৰ ওচৰত থিয় হ'ল। সি বুজি পালে মাকে তাক কিবা এটা ক'বলৈ বিচাৰিছে—

'মহী।'

'কি হ'ল।'

'তই কালিলৈ কামলৈ যাব নালাগে। আজি উমেশ মাষ্টৰ আহিছিল। মোক কৈ গৈছে, তোৰ বোলে বহুত দিন স্কুল ক্ষতি হৈছে; এই দুমাহমান ভালদৰে পঢ়াশুনা নকৰিলে তই চহৰত গৈ দিব লগা পৰীক্ষাটো ভাল নহ'ব হেনো।'

উমেশ মাষ্টৰ কিয় তাৰ ঘৰলৈ আহিছিল মহীধৰৰ বুজিবলৈ বেছি পৰ নালাগিল। শ্ৰেণীৰ গোটেইখিনি ল'ৰা-ছোৱালীৰ ভিতৰত উমেশ মাষ্টৰে তাক অলপ বেলেগ চকুৰে চায়। তেওঁ অংক পঢ়ায়। মহীধৰ অংকত চোকা বুলি আটায়ে জানে। অলপ যত্ন লোৱা হ'লে মেট্ৰিক পৰীক্ষাৰ অংকত সি কিবা এটা কৰিব পাৰিলেহেঁতেন বুলি উমেশ মাষ্টৰে তাক কেবাদিনো কৈছে। পিছে

সকলো থেকেচা মাৰি এৰি সি যদি পঢ়াশুনাতে লাগি যায় তেন্তে সিহঁতে কি খাই জীয়াই থাকিব?

'মই যে কামলৈ যাব নালাগে, ঘৰত চাউল-পাত কিমানখিনি জমা আছে?' কিছুসময় মনে মনে থাকি মহীধৰে কথাষাৰ কৈয়ে মাকৰ মুখৰ ফালে চালে। শোক-চিন্তাত জৰ্জৰিত এখনি শুকান অথচ পুত্ৰস্নেহত আকুলিত মুখ।

'চাউল-পাতৰ কথাটো তই ইমানকৈ চিন্তা কৰিব নালাগে দে। মই গাটো অলপ ভাল পোৱা যেন পাইছোঁ। কালিৰ পৰা ভুঁই ৰুবলৈ যোৱাৰ কথা ভাবিছোঁ।'

'এইটো দেহাৰে তই মোক ভুঁই ৰুই খুৱাব নালাগে দে। মই মৰি যোৱা নাই নহয়। আৰু ভুঁই ৰোৱাৰ কথা যে কৈছ— কাৰ পথাৰত ৰুবি?'

'যাদৱ মহাজনৰ!'

'কি?'— প্ৰয়োজনতকৈ অধিক জোৰেৰে শব্দটো ওলাই আহিল মহীধৰৰ মুখেৰে। ওচৰতে থিয় হৈ থকা মাকে তাৰ মাতত উচপ্ খাই উঠিল। যাদৱ মহাজন। মহীধৰৰ চকুৰ আগত সেই পেটুৱা দুষ্ট মানুহটোৰ ছবিখন ভাঁহি উঠিল। সি বাপেকৰ ফটোখনৰ ফালে এপাক চালে। এই যাদৱ মহাজনৰ বাবেই তাৰ বাপেকৰ অকাল মৃত্যু হ'ল আৰু সেই মানুহটোৰ পথাৰত হাজিৰা কৰিবলৈ যাব তাৰ মাক? নাই, ই কোনোমতে হ'ব নোৱাৰে।

'তই নোৱাৰ যাব'— মহীধৰৰ কথাষাৰ মুখেৰে ওলোৱাৰ লগে লগে পাগঘৰত ঘটং কৈ কিবা এটা পৰাৰ শব্দ হ'ল। মাকে একো নকৈ তাৰ ওচৰৰ পৰা দৌৰ মাৰি পাগঘৰ পালে।

'মেকুৰীয়ে কিবা বগৰালে নেকি?' মহীধৰে সুধিলে।

'নাই ক'ত মেকুৰী ওলাব, এই এন্দুৰ-নিগনিসোপাৰ উৎপাততে ঘৰখনত একো ৰাখিব নোৱাৰা হৈছোঁ।'

এৰা, মেকুৰী সিহঁতৰ ঘৰত নায়েই, ক'ত মেকুৰীয়ে বস্তু উদঙাব! মেকুৰী এজনী নথকাৰ সুযোগ লৈয়ে হ'বপায় ঘৰখনত এন্দুৰ-নিগনিবোৰৰ অতপালি দিনক দিনে চৰি গৈছে। তাৰ অংকৰ কিতাপখনৰ কোণটো, সেইটো কোনোবা

দিনাখন তাৰ অজ্ঞাতেই নিগনিয়ে কুটি পেলাইছে।

ছিঃ, সময়বোৰ মিছাতে গৈ আছে। সি পুনৰ অংকটো কৰাৰ কথা ভাবিলে। যদি এটা এন্দুৰে এক ঘণ্টাত এশ গ্ৰাম চাউল খায় তেন্তে দহ ঘণ্টাত এশ কুইণ্টল চাউল খাই শেষ কৰিবলৈ কিমান এন্দুৰৰ প্ৰয়োজন হ'ব? তেনেই সহজ কথা। ঐকিক নিয়মেৰে অংকটো পাতি কটা কটিখিনি কৰি দিলেই উত্তৰটো ওলাই পৰিব। কিন্তু অংকটো লিখাৰ সময়ত পণ্ডিতজনে এটা কথা নাভাবিলে নেকি? এটা এন্দুৰে এক ঘণ্টাত এশ গ্ৰাম চাউল খাব পাৰে জানো? মহীধৰে ভাবিলে। সিহঁতৰ গাঁৱৰ জগদীশ ককায়েকে কোৱা শুনিছে ভাৰতবৰ্ষত বোলে বহু মানুহৰ অনাহাৰতে মৃত্যু হয়। অথচ এইখন দেশতে আকৌ চৰকাৰী গুদাম ঘৰত এটা এন্দুৰে ঘণ্টাত এশ গ্ৰামকৈ চাউল খায়? কথাবোৰ সঁচানে মিছা বাৰু? যদি মিছাই হয় তেন্তে এই মিছা কথাবোৰ ল'ৰা-ছোৱালীৰ মূৰ খাবলৈ অংক লিখা পণ্ডিতবোৰে কিতাপত কিয় লিখে বাৰু?

কথাটো এবাৰ তাৰ উমেশ মাষ্টৰক সুধি চাবৰ মন গ'ল। সি দিনটো মথাউৰিৰ হাজিৰা কাম কৰে, দিনত আঠ টকা পায়। এক কিলো চাউলৰ দাম তিনি টকা পঞ্চাশ পইচা। বস্তুৰ দাম কমাৰ কোনো লক্ষণ নাই; বৰং সিহঁতৰ পহুমৰা নদীৰ বাঢ়নি পানী বঢ়াদি বাঢ়ি গৈহে আছে। যদি চৰকাৰী গুদাম ঘৰত চাউলবোৰ এন্দুৰ, নিগনি বা ডালশলীয়াই খাই পেলায় তেন্তে সেয়া ৰাজহুৱা সম্পত্তিৰ অপ-ব্যৱহাৰ হোৱা নাইনে? হাজাৰজনৰ মুখৰ ভাত কাঢ়ি নিয়াৰ নিচিনা হোৱা নাইনে? সেই গুদাম ঘৰবোৰত বাৰু ৰখীয়া নাই নেকি? যদি আছে এন্দুৰ-নিগনিৰ উৎপাত কমাবলৈ আগতীয়া ব্যৱস্থা নলয় কিয় বাৰু? নে এন্দুৰ-নিগনি মৰা দৰবৰ অভাৱ হৈছে বজাৰত? চিকাৰী মেকুৰী এজাক ৰাখিলেই হয় দেখোন।

ধেৎ, অংক কৰিবলৈ লৈ সি কিযে আজে-বাজে কথাবোৰ চিন্তা কৰিবলৈ লৈছে। নহয় নহয়, এইবোৰ মুঠেই আজে-বাজে কথা নহয়। এদিন তাক জগদীশ ককায়েকে আৰু এবাৰ কথা কৈছিল—'বুজিছ মহী। তইঁত অলপ ডাঙৰ হৈ ল, তেতিয়া ভালদৰে বুজি পাবি সমাজখনক। এই যে যাদৱ

মহাজনক দেখিছ, সভা-সমিতিত ফুলৰ মালা পিন্ধি ডিঙিত ফুলাম গামোচা লৈ যে সভাপতিৰ আসন শুৱনি কৰে, সি এটা এন্দুৰ, চাৰিওফালৰ পৰা গাঁত খান্দি খান্দি আমাক লুটি-পুতি লাওলোৱা কৰিব ধৰিছে; বুজিছ। এইবোৰ মানুহক মেচী দা এখন লৈ এফালৰ পৰা এটা এটাকৈ— দাঁত-মুখ কৰচি কিবা এটা শব্দ ক'বলৈ বৈ গৈছিল জগদীশ ককায়েক। শব্দটো কি হ'ব পাৰে ভবাৰ লগে লগে মহীধৰৰ বুকুখন চিৰিংকৈ উঠিছিল। লগে লগে সি আন এটা কথা ভাবিছিল। মানুহ আকৌ কিদৰে এন্দুৰ হ'ব পাৰে? মহাজনে কাৰ ঘৰত গাঁত খান্দি লুটি নিলে বাৰু? মানুহজন চোৰ নেকি?

আজি পিছে জগদীশ ককায়েকৰ সেইযাৰ কথা তাৰ অলপ অলপ বুজা বুজা যেন লাগিল। এৰা, হয়তো মানুহ এটা ভয়ংকৰ এন্দুৰ। গাঁতৰ এন্দুৰক মাৰিবলৈ চিকাৰী মেকুৰী এৰি দিব পাৰি, বিষৰ লাডু দিব পাৰি, লোৰ ফান্দ পাতি মাৰিব পাৰি, কিন্তু মানুহ নামৰ এন্দুৰটোকতো নোৱাৰি। কাৰণ এই এন্দুৰটোৱে সকলোৰে অজ্ঞাতে অতি সংগোপনে গাঁত খান্দি খান্দি মানুহক লুটি-পুতি সৰ্বস্বান্ত কৰে। সেই যে চৰকাৰী গুদাম ঘৰটো, তাতো যদি ঠিক যাদৱ মহাজনৰ দৰে এটা ভয়ংকৰ এন্দুৰ সোমাইছে, তেন্তে এৰাতিত এশ কুইণ্টল চাউল খাই শেষ কৰিবলৈ বেছি এন্দুৰৰ প্ৰয়োজন নহ'ব নেকি?

মহীধৰে দৰকাৰ হ'লে মেচী দাখন হাতত লোৱাৰ কথা ভাবিলে। লগে লগে অঙ্কটোৰ উত্তৰটো এতিয়াই উমেশ মাষ্টৰক কৈ দিবৰ তাৰ বৰ মন গ'ল— 'এটা এন্দুৰ ছাৰ।'

---

আকাশী/আকাশবাণী /১৯৮৩

# ৰোগ

পাহাৰখনৰ দাঁতিয়েদি পাৰ হৈ যোৱা শেষ নিশাৰ ৰে'লগাড়ীখনৰ উকিটো আহি কাণত পৰাৰ সময়তে টোপনি ভাঙিল। মাজে মাজে এনেকুৱা হয়েই। ফটা বাঁহ জোৰা দিব পাৰিলেও ভগা টোপনিক জোৰা দিয়া মোৰ বাবে কঠিন। টোপনিৰ সকলো আমেজ আঁতৰাই লানি নিচিগা পৰুৱাৰ দৰে মনৰ মাজেদি সংসাৰৰ এশ এবুৰি চিন্তাৰ সোঁত বৰলৈ ধৰে। মানুহৰ সাংসাৰিক জীৱনৰ প্ৰথম কালছোৱা হেনো এটা সুন্দৰ কবিতা, মাজৰ ছোৱা দ্বন্দ, সংঘাত আৰু ক্লাইমেক্সেৰে ভৰা এটা ঘটনাবহুল গল্পৰ নায়ক। ঘৰভাৰা, ল'ৰা-ছোৱালীৰ কাপোৰ কানি, স্কুলৰ খৰচ, খুটখাট অসুখ-বিসুখ, বয়বস্তুৰ দামৰ উৰ্দ্ধমুখী ৰকেটৰ দৌৰ, বিধবা ভনীজনীৰ খা-খবৰ, গাঁৱত থকা মা-দেউতা তথা সৰু ভাইটোৰ চোৱা-চিতা, আত্মীয়-কুটুমৰ ওজৰ আপত্তি— সি আজিকালি ডাঙৰ মানুহ হ'ল, সকলোকে পিঠি দিলে, ইত্যাদি কথাবোৰে কোনো সংগতি নাৰাখি ঠেলা-হেঁচাকৈ চিটি বাছত উঠা দি মনৰ কোনোবাখিনিত ভিৰ কৰেহি। অতীত-ভৱিষ্যতক বাদ দি শেষত 'বৰ্ত্তমান' বোলা বৃত্তৰ মাজতে ঘূৰি থাকোঁ।

বিছনাত ইকাটি সিকাটি কৰি থাকোঁতেই এটা সময়ত কাউৰীৰ কা কা আৰু ঘনচিৰিকাৰ চিৰিক চিৰিক শব্দই শয্যা ত্যাগ কৰালে। সহধৰ্মিনী তেতিয়াও গভীৰ নিদ্ৰাত। নজগালো। বেচেৰী এবাৰ উঠিলে দিনটো গেবাৰী খাটি খাটি পুনৰ বিছনাত পৰোঁতে নিশা এঘাৰ বাজি যায়। টুথ্ ব্ৰাচডাল মুখত লৈ দুৱাৰ খুলি বাজলৈ ওলালো। সাধাৰণতে ইমান ৰাতিপুৱাতে উঠা নহয় বাবেই নেকি পৰিবেশটো বেছ সুন্দৰ লাগিল। শৰতকাল। চৌপাশে কুঁৱলীৰ পাতল চামনি পৰিছে। দুবৰি বনত নিয়ৰৰ মুকুতা জিলিকিছে। যোৱা চাৰিবছৰে শ্ৰীমতীয়ে যত্ন কৰা শেৱালিজোপাত প্ৰথমবাৰৰ বাবে পাতলকৈ ফুল ফুলিছে। ফুল এটা দেখাৰ প্ৰথম দিনাখন তেওঁৰ কিযে আনন্দ! আমাৰ প্ৰথম সন্তানটো তেওঁৰ কোলালৈ অহাৰ আনন্দকো যেন সি চেৰ পেলাই যাব। কঠিন গদ্যৰ ফালে অগ্ৰসৰ হোৱা আমাৰ জীৱনত কবিতা কাহানিও নোলায়। পিছে পৰিবেশটো দেহমন পুলকিত কৰা কবিতা কবিতা যেন লাগি গ'ল। এই সময়ত চাগে মই এৰি থৈ অহা গাঁওখনৰ কাষত ধাননি পথাৰত যৌৱনে টলবল কৰিছে।

হঠাতে কুণকুণনি শব্দ এটা শুনা যেন পালো। ব্ৰাচডাল মুখৰ পৰা উলিয়াই কাণখন থিয় কৰিলো। হয়, তিৰোতা মানুহ আৰু সৰু ল'ৰা-ছোৱালীৰ কান্দোনৰ মিশ্ৰিত শব্দ। শব্দটো ক্ৰমাৎ ওচৰ চাপি অহা যেন লাগিল। মোৰ অনুমান সত্য, শব্দটো সেই ঘৰটোৰ পৰাই আহিছে। তাৰমানে মানুহজন গ'ল। শুনিছিলো অসুখটো 'ইচ ৰাম সাত শতৰুৰো তেনে নহওঁক' বুলি নাক আৰু কপালৰ ৰেখা কোচখোৱা বিধৰে আছিল। মনটো সেমেকি গ'ল তাৰ ঘৰখনৰ কথা ভাবি।

ঠেলাৱালা, ৰিক্সাৱালা আদি শ্ৰেণীভূক্ত মানুহখিনিক আমি সাধাৰণতে জুৱাৰী, মদাহী, নৈতিকতাহীন বুলি একেখন তুলাচনীৰে জোখো। পিছে আমাৰ এই মাপকাঠী সকলো ক্ষেত্ৰতে যে শুদ্ধ নহয় মধু ৰিক্সাৱালাইহে মোক শিকালে। আচলতে পৰিবেশে মানুহৰ চিন্তা-ভাৱনাক গঢ় দিয়ে, অৰ্থনৈতিক দুৰৱস্থাই সামাজিক মূল্যবোধ নিম্নগামী কৰে। সৰু মানুহো পিছে ভাল মনৰ

অধিকাৰী হয়। মধু তাৰেই প্ৰমাণ। তাক মই ওচৰৰ পৰা জনাৰ সুবিধা পাইছিলো। আমাৰ চুবুৰীতেই থাকে। ক্ষীণ অথচ আটিল দেহৰ বুকু উঠঙা মানুহজন। বয়স আনুমানিক দুকুৰিমান হ'ব। কুৰি বছৰমান বয়সতেই হেনো গুৱাহাটীলৈ আহি মেহনত কৰি পোৱা পইচাৰে পাহাৰৰ কাষৰ একঠা মাটি কম পইচাতে কিনি লৈছিল। তেতিয়াৰ দুৰ্গম আলি পদূলিবোৰ এতিয়া সুগম হ'ল। আগৰ অভাৱগ্ৰস্থ জনজাতীয় মানুহখিনিৰ পৰা মাটিবোৰ কিনি ল'লে অফিচৰ বাবুবোৰে। টৈৰণ, কাঠাৰ, টিমুংহঁতৰ খেৰৰ জুপুৰিৰ ঠাইত বৰুৱা, হাজৰিকা, ফুকনহঁতৰ সুন্দৰ সুন্দৰ পকী ঘৰ উঠিল। বাৰান্দাত শিকলিৰে বান্ধি থোৱা বিদেশী কুকুৰে ভুকভুকাবলৈ আৰম্ভ কৰিলে। চাৰি বছৰ আগতে ভাৰাঘৰ এটা লৈ আমিও ঠাইখিনিৰ বাসিন্দা হ'লো। অঞ্চলটোত বহুতৰে মনত মধু ৰিক্সাবালাৰ ভগা জুপুৰিটো শোভাবৰ্দ্ধনৰ অন্তৰায় হৈ একেদৰে থিয় হৈ থাকিল। ৰাতিপুৱা ওলাই যাওঁতে আৰু নিশা ঘৰ সোমাওঁতে আমাৰ পদূলিৰে পাৰ হৈ যোৱা পুৰণি ৰিক্সাৰ কেৰমেৰণি শব্দটো শুনি শুনি অভ্যস্ত হৈ গ'লো। আনকি সময়ৰ ইঙ্গিত দিবলৈ 'মধুৰে ৰিক্সা লৈ গ'লেই, তহঁতৰ বিছনা এৰিবৰ হোৱাই নাইনে' বুলি শ্ৰীমতীয়ে পুৱা ল'ৰা-ছোৱালী তিনিটাক দাবি-ধমকি দিব পৰা হ'ল।

মৃতকৰ প্ৰতি সৰ্বনিম্ন সন্মানখিনি যাঁচি খবৰ এটা কৰি অহাৰ কথা ভাবিলো। সহধৰ্মিণী আৰু ল'ৰা-ছোৱালী কেইটি ইতিমধ্যে উঠি হাতে-হাতে টুথব্ৰাচ লৈ আগফালৰ বাৰান্দাত থিয় হৈছে। ঘটনাটোৱে কম বেছি পৰিমাণে পৰিয়ালৰ সকলোকে স্পৰ্শ কৰি যোৱা যেন লাগিল। সৰু ছোৱালীজনীয়েও মাকক সুধিছে 'মানুহ মৰিলে কি হয় মা।' মই মোৰ মনোভাৱ ব্যক্ত কৰিলো। তেওঁ মানে ল'ৰাৰ মাকে সমৰ্থন কৰিলে। যোৱা কেইটা বছৰে লাগ বোলোতেই মধুক পাইছিলো। ৰাতিপুৱা পাঁচ বজাতে গৈ ষ্টেচনত ট্ৰেইন ধৰিব লাগে, চিন্তা নাই, মধু আছে। সৰু ছোৱালীজনী জন্মৰ সময়ত হঠাৎ মাজনিশা হস্পিতাললৈ দৌৰিব লগা হ'ল। ক'বহে পালো, হৰমূৰকৈ টোপনিৰ পৰা উঠি আহিল মধু। তিমানেই নহয়, ফাৰ্মাচিৰ পৰা ঔষধ অনা, কাষৰ দোকানৰ

পৰা বটলত ভৰাই গৰম পানী অনা, ইটো-সিটো কাম কৰি পুৱালৈকে সি মোৰ লগত হস্পিতালতে থাকিল। এদিন ল'ৰা দুটাক নিৰাপদে স্কুললৈ অনা-নিয়া কৰা কামৰ দায়িত্বও মাহেকীয়া বন্দবস্তত মধুক দিলো। কি কঠোৰ পৰিশ্ৰমী সি! আমিহে আবেলি দুই বজাৰ মুকলি অধিবেশনখন কথমপি চাৰি বজাত পাতো, মধুয়ে নিৰ্দ্ধাৰিত সময়ৰ দহ মিনিট আগতে আহি গেটৰ মুখত টিলিঙা বজায়। কৰ্ত্তব্যত অকণো ফাঁকি নাই। দৰমহা পোৱাত খেলিমেলি হ'লে কেতিয়াবা মাহেকৰ পইচাখিনি দিয়াত দুদিনমান দেৰি হয়। তেতিয়া মই কিবা এটা ক'ব খুজিলে সি আগধৰি কয়— 'হ'ব দিয়ক, মই মানুহ চিনি পাওঁ ছাৰ। পৃথিবীত আপোনালোকৰ দৰে অন্তৰৰ মানুহ এচাম আছে বাবেই কিজানি আমিও জীয়াই আছোঁ। আনে যিমান অন্যায় নকৰক, এই ৰিক্সাখন আৰু দেহটো থাকে মানে চিন্তা কিহৰ? মধু নমৰে।' সেইজন মধু মৰিল। ৰিক্সাৰ কেৰমেৰণি, টিলিং টিলিং শব্দটো চিৰদিনৰ কাৰণে স্তব্ধ হৈ গ'ল। শ্মশানলৈ যোৱাৰ সিদ্ধান্তটো লৈও বাতিল কৰিলো। দিনটোৰ কাৰ্যসূচী কালিতে কৰা আছে— দহ বজাত গেছৰ খবৰ এটা কৰি আহিব লাগে, যোৱা সপ্তাহত ৰখা পাঁচ লিটাৰ কেৰাচিনো শেষ হওঁ হওঁ। বাতৰি কাকতত পঢ়িছোঁ, তেলৰ নাটনি অব্যাহত আছে। ইপিনে ছাই ধোঁৱাৰে ঘৰ নষ্ট হোৱাৰ ভয়ত খৰিৰ ব্যৱহাৰো অস্পৃশ্য। কিবা এটা নকৰিলে নিশালৈ লঘোন পৰিব লাগিব পাৰে বুলি শ্ৰীমতীয়ে সঁকিয়াই থৈছে।

গাত পাঞ্জাবীটো সোমাই লৈ মধুৰ ঘৰৰ পদূলি মুখ পালো। ইতিমধ্যে তাত দুই চাৰিজন মানুহ গোট খাইছে। চেহেৰাবোৰ চাই ক'ব পাৰি গোটেইখিনি তাৰ স্তৰৰ মানুহ। শবদেহটো চোতালত ঢাৰি এখনত বগা কাপোৰেৰে ঢাকি থোৱা আছে। কাষত ঘৈণীয়েক আৰু সৰু সৰু ল'ৰা-ছোৱালী তিনিটাৰ ইননি-বিননিৰ দৃশ্য হৃদয় বিদাৰক। ঘৰটোৰ মূধৰ ফালে দুজনমানে বাঁহ কাটি অন্তিম যাত্ৰাৰ প্ৰস্তুতি চলাইছে। দা-কুঠাৰৰ প্ৰতিটো ঘাপ আহি বুকুতে পৰা যেন লাগে। চিৰন্তন বুলি জানিও মৃত্যুক জানো কোনোবাই সহজভাবে ল'ব পাৰিছে?

'হেৰি, পাঠক দেখোন!' চোতাললৈ সোমাব খোজোঁতেই কাৰোবাৰ মাত শুনি পিছফালে ঘূৰি চালো। চুবুৰীৰে প্ৰবীৰ বৰুৱা। ইন্‌কামটেক্স ইন্‌পেক্টৰ। টকা-পইচা থকা মানুহ। সকলোৰে জনা আজিৰ যুগৰ জনপ্ৰিয় উপায়টোৰেই তেওঁ ভালেখিনি সা-সম্পত্তি কৰিছে।

'অ', আপুনিও আহিল; তাকে বোলো মানুহজন' কথাষাৰ শেষ কৰিব নাপালো। বৰুৱাই আঁত ধৰিলে—'এহ! ভাল হৈছে, খুব ভাল হৈছে। যাব লাগে, এইবোৰ জাহি-জাবৰ আঁতৰিব লাগে।' বৰুৱাৰ কথাৰ শেষৰ ইঙ্গিতটো ভাল নালাগিল। সমাজৰ জাহি-জাবৰ আচলতে কোনবোৰ তাক সময়ে বিচাৰ কৰিব, সমাজখন কোনে দূষিত কৰিছে তাৰো বিচাৰ এদিন নিশ্চয় হ'ব। হয় বা নহয়, কোনো শব্দ মোৰ মুখেৰে নোলাল। মনে মনে থকা দেখিয়ে হ'বলা বৰুৱাই পুনৰ মুখ মেলিলে— 'পিছে আপুনি ইয়াৰ মধুৰ আচল ঘটনাটো শুনিছেনে নাই?'

'আচল ঘটনা মানে? আপুনি কি ক'ব বিচাৰিছেৰা?'

'এহ! আপুনিও মানুহ দিয়ক। দেখাত হে সি নিৰ্মল ভকত, ভিতৰি ভিতৰি সাত-ঘাটৰ চেঙেলি। ৰাতি তাৰ অইন এটা ৰূপ। সেইটো বেমাৰী দেহাৰেই বোলে কালি ৰাতি সাত মান বজাত সি গৈ হাজৰিকাৰ ঘৰত সোমাইছিল।'

'হয়নে!' কথাষাৰ বিশ্বাস কৰিবলৈ মোৰ বৰ টান লাগিল। সি ইমান তললৈ নামি গ'লনে; মই জানো, যোৱা ছমাহে অসুখ টান হোৱাৰ পৰা সি ৰিক্সা চলাব পৰা নাই। তাৰ আগতে হস্পিতালত থকা সময়চোৱাত সাঁচতিয়া পইচা তথা ঘৈণীয়েকৰ গহনা-গাথুৰিখিনিও গৈছে। তথাপি, আনকি মোৰ ওচৰতো সি কোনোদিনে হাত পতা নাই। মোৰ দিব থব পৰা অৱস্থা নাই। তাৰ মাজতে শ্ৰীমতীৰ লগত আলোচনা কৰি কুৰি দিন মান আগতে টকা এশ তাৰ ঘৰত দি থৈ আহিছিলো। তাৰ পিছত মই তাৰ খবৰ কৰা নাই। শ্ৰীমতী মাজে মাজে যায় আৰু আহি কয়— 'মানুহটো পুতুংকৈ কেতিয়াবা যাব, দেখিলেই ভয় লগা হৈছে।' পইচাখিনি দিয়াৰ দিনাখন চলচলীয়া চকুৰে অতি বিজ্ঞ লোকৰ দৰে মধুয়ে মোক কৈছিল— 'জানে ছাৰ, ভোকত শুকাই

মৰিলেও সিংহই কেতিয়াও ঘাঁহ নাখায়। এই চুবুৰীত কাৰোবাৰ কিবা হেৰালেই মানুহবোৰে মোক বেয়া দৃষ্টিৰে চায়। মোৰ ল'ৰা-তিৰোতা শুকাই মৰিব, তথাপি বেইজ্জতী কৰি ধন নঘটো।' সেইজন মধুই হাজৰিকাৰ ঘৰত?

'এৰাতো!' বৰুৱাই কৈ গ'ল— 'হাজৰিকাৰ ডাঙৰটো ল'ৰা মানে ৰাতুলে ক'ৰবাৰ পৰা আহি দেখে বাৰান্দাত কিবা এটা ছায়ামায়া। সি হেনো প্ৰথমতে ভয়েই খাইছিল। পিছে ভালদৰে নিৰীক্ষণ কৰি দেখে সেইটা ভূত প্ৰেত একো নহয়— ই মধু।'

'তাৰ পিছত?' মোৰ উৎকণ্ঠা বাঢ়ি গ'ল।

'তাৰ পিছত কি হ'ব আৰু, পালে নহয় ঔষধ পালি। কেইটামান ঘোঁচা খাই যবে মানুহ ততে চিৎ হৈ পৰিল। বহুসময় পিছতহে বোলে কেঁকাই-গেঁথাই উঠি সেহাঁই সেহাঁই ক'লে বোলে সি চোৰ কৰিবলৈ যোৱা নাছিল, পইচা খুজিবহে গৈছিল। দুদিন বোলে পৰিয়ালটোৰ কাৰো পেটত একো পৰাই নাছিল ইত্যাদি। মিছা কথা, এইবোৰ চোৰৰ চোৰ বুদ্ধি। তাকে নকৈ ক'ব কি? মাৰ অলপ বেছিকৈ পৰিল হ'বলা, আৰু ৰাতিপুৱা আপোনাৰ এয়া

মোৰ মনৰ সমগ্ৰ দুখখিনি উঠলি উঠা যেন লাগিল। হায় মানুহৰ জীৱন! হাজৰিকাৰ ঘৰৰ কুকুৰটোৰ তুলনাত ইহঁতৰ জীৱনৰ দাম কিমান তলত।

বাঁহ কাটি থকা মানুহখিনিয়ে ইতিমধ্যে চাংখন সম্পূৰ্ণ কৰিলে। দুগৰাকী তিৰোতাই ল'ৰা-ছোৱালী কেইটা আৰু ঘৈণীয়েকজনীক ধৰি ভিতৰলৈ লৈ যোৱা দেখিলো। মই মৃতদেহৰ ওচৰ চাপি গ'লো। পিছে পিছে বৰুৱা। মানুহ এজনে মোৰ মুখলৈ চাই মৃতকৰ মুখৰ কাপোৰখন এবাৰ গুচাই পুনৰ ঢাকি থলে। মোৰ চকুহাল সেমেকি উঠিল। মনে মনে নিজকে প্ৰশ্ন এটা কৰিলো— ভগবানৰ বিচাৰবোৰ এনেকুৱাই নেকি?

'হেৰি, বৰুৱা আৰু পাঠক বাবু দেখোন।' ঘূৰি চালো। হৰেন শইকীয়া। পি. ডাব্লিউ. ডি.ৰ ইঞ্জিনিয়াৰ। সুন্দৰ বাৰী-ঘৰ কৰিছে। অলপতে বেলতলাৰ ফালে হেনো আৰু এটা ফ্লেট কিনিছে। বাহিৰা পইচা থকা মানুহ। চিধা ৰাস্তাৰেনো কেইটা পইচা আহে!

'দুয়ো কিনো কৰিছে? যোৱা জনতো গ'লেই। ভালেই হ'ল বুজিছে, চুবুৰীৰ বতাহখিনি অন্ততঃ কিছু মুকলি হ'ল। মই পিছে আন এটা কথা ভাবিহে আহিলো পাঠকক লগ পালো, ভালেই হ'ল।' বৰুৱা আৰু শইকীয়াৰ বাঁহী একেটি সুৰত বন্ধা। পিছে কথাটোনো কি হ'ব পাৰে ভাবি মই একো অনুমান কৰিব নোৱাৰিলো। শইকীয়াই কৈ গ'ল—

'হেৰি নহয়, ইয়াৰ, মানে মধুৰ সম্পৰ্কীয় ভায়েক চায়েক কোনোবা আছে নেকি? সৰু সৰু ল'ৰা-ছোৱালী কেইটাক লৈনো ঘৈণীয়েকজনী ইয়াতে কিদৰে চলিব?' প্ৰশ্নটো মনৰ মাজত মই কেতিয়াবাই কৰি চাইছোঁ। মই জনাত মধুৰ বংশত কোনো নাই। তাৰ মাক-বাপেক সৰুতেই কাল হৈছে। মাকৰ ফালৰ কোনোবা এজনে হেনো ঘৰত কাম কৰা, পথাৰত গৰু চৰোৱা, হালুৱৈক চাহ পানী যোগান ধৰাকৈ তাক ৰাখিছিল। পিছলৈ সি হাল বাইছিল। পিছে কিবা তিক্ততা পাই হেনো সি পলাই আহি গুৱাহাটী পালেহি। প্ৰথমতে ইঘৰ সিঘৰত কাম কৰিছিল। পিছলৈ ৰিক্সা চলাবলৈ ল'লে। কোৱামতে, সি যেতিয়া ৰিক্সা চলায়, তেতিয়া গুৱাহাটীত অসমীয়া ৰিক্সাবালা নাই বুলিবই পাৰি।

'ময়ো তাকে ভাবিছোঁ।' —বৰুৱাই মাত লগালে। 'ঘৈণীয়েকজনী ইয়াতে— ক'ত থাকিব চাগে। মাটিখিনি বিক্ৰী কৰি গাঁৱৰ ফালে যোৱাই ভাল। অন্ততঃ ঢেকী দি, ভূঁই ৰুই, কাপোৰ বৈ কিবা এটা কৰি খাব পাৰিব।' বৰুৱাৰ চিন্তাখিনি বেয়া নালাগিল। পিছে ইয়াতে থাকি লোকৰ বাচন-বৰ্ত্তন, কাপোৰ-কানি ধুই, ঘৰ চাফা কৰি খোৱাৰ ৰাস্তাও নথকা নহয়। গুৱাহাটীত তেনে তিৰোতা বহুত আছে। গাঁৱলৈ গ'লে পতকৈ কোনেনো ঘৰ মাটি কৰি দিব?

'মধুৰ লগততো পাঠকৰ সম্পৰ্ক বেয়া নাছিল, সি আপোনাক মাটিখিনিৰ কথা কিবা কৈ গৈছে চাগে। পাৰিলে লওক বুজিছে। সুযোগ পালে গ্ৰহণ কৰিব লাগে। ভাৰাঘৰত থাকি থাকি আমুওৱা নাইনে?' শইকীয়াৰ কথাৰ ইঙ্গিতটো বুজাৰ লগে লগে প্ৰচণ্ড খং এটাই মোৰ সৰ্বদেহ জোকাৰি গ'ল।

মানুহ কি সাংঘাটিক স্বাৰ্থপৰ, সুবিধাবাদী! মুখেৰে ওলাই আহিব খোজা বাক্যৰ উগ্মতা নম্র কৰিবলৈ যত্ন কৰি ক'লো— 'বুজিছে শইকীয়া, মধুৰ লগত মোৰ অন্তৰৰ সামান্য বুজাপৰাৰ বাহিৰে আন একোৱেই সম্পৰ্ক নাছিল। ভুল নুবুজিব। জীৱনত মই কাহানিও বেঁকা পথ লোৱা নাই। লোৱাহেঁতেন বেলেগ চাকৰিৰ মোহ ত্যাগ কৰি শিক্ষকতা নকৰিলোহেঁতেন।' শইকীয়া মনে মনে থাকিল।

চোতালত মানুহৰ সংখ্যা বাঢ়ি আহিছে। বেলিটো উঠি আহিছে। কান্দোনৰ সুৰো শুনা নাই। বেচেৰী মানুহজনীয়ে চাগে বুজি পাইছে যে ই হৈছে চিৰন্তন সত্য।

'মই জনাত কথাটো পিছে তেনে নহয়।' ঘূৰি চাই দেখো ৰজত ফুকন। হাজৰিকাৰ চুবুৰীয়া। শ্ৰীমতীৰ মুখত শুনো, তুলনামূলকভাৱে ফুকন মানুহজন সৎ। বেংকৰ হেড কেচিয়াৰ নে তেনে কিবা এটা। মোৰ লগত 'ভালনে' 'হয়,' 'আছোঁ আৰু' ধৰণৰ সাধাৰণ চিনাকিহে আছে। মানুহজন কোন মুহূৰ্ত্তত আহি আমাৰ কাষ পাইছিলহি গমেই পোৱা নাছিলো। তেওঁ কৈ গ'ল—

'আপোনালোকৰ কথা বতৰা অলপ আঁতৰৰ পৰাই শুনিলো। মাটিখিনি আচলতে হাজৰিকাইহে ল'ব।'

'কি?' মোৰ লগতে বৰুৱা আৰু শইকীয়াৰো চকু থিয় হ'ল।

'সঁচা, হাজৰিকাই কিছুদিন আগতে মোক তেনে ইঙ্গিত এটা দিছিল। সকলো বুজাপৰা হৈ গৈছে। মধুৱে হেনো কাগজ এখনত চহী কৰি হাজৰিকাৰ পৰা কিছু টকা আনিছেও। কালি আচলতে সি চুৰি কৰিব যোৱা নাছিল, প্ৰাপ্য টকাখিনি বিচাৰিহে গৈছিল। তাৰো দুৰ্ভাগ্য; হাজৰিকা ঘৰত নাছিল। পুতেকে কথাবোৰ গমেই নাপায়। ফলত তাক চোৰ সজালে আৰু ৰাতিপুৱা আপোনাৰ এয়া.........।' শইকীয়া আৰু বৰুৱা মৌন হৈ গ'ল। জীৱনৰ লগত যুঁজি যুঁজি হাৰ মানি যোৱা মধুৰ মুখখন মোৰ চকুৰ সন্মুখেদি অহা যোৱা কৰিবলৈ ধৰিলে।

'সেয়াতো সেয়াই'— ফুকনে কৈ গ'ল— 'পিছে হাজৰিকাৰ নতুন প্ৰমোচনৰ খবৰটো শুনিছেনে নাই?'

'আকৌ প্ৰমোচন? আজি দুমাহ আগতে বাতৰি কাকতত..........!'

'আপুনি মাষ্টৰ মানুহ। পৃথিৱীৰ হাল-চাল কি বুজিব পাঠক বাবু! আঙুলিয়ে ঘী চুচিব জানিলে দুসাঁজ সুখে-সন্তোষে খাব পাৰি, উত্তৰপুৰুষৰ বাবেও কিবা এটা কৰি থৈ যাব পাৰি। হাজৰিকাই খাব জানে, আনকো খুৱাব জানে। মাটি, বিল্ডিং, গাড়ী, প্ৰমোচন এইবোৰ তেওঁৰ নহে আপোনাৰ বা মোৰ হ'বনে?' কিবা এটা ক্ষোভত ফুকনে কথাখিনি কৈ আটাইৰে মুখৰ ফালে চালে। বৰুৱা আৰু শইকীয়াই অস্বস্তিবোধ কৰা যেন লাগিল। মই মনৰ মাজতে সৰু অংক এটা কৰিলো— টকাৰে বিল্ডিং বনাব, গাড়ী কিনিব, জীৱন উপভোগ কৰিব পাৰি, কিন্তু চৰিত্ৰ, নৈতিকতা, মৰ্যাদা, শান্তি এইবোৰ?

হৰিধ্বনি দি মানুহবোৰে মৃতদেহ কান্ধত তুলিলে। বৰ্ণনাতীত পৰিবেশ। বৰুৱা, শইকীয়া আৰু ফুকন ঘৰাঘৰি গ'ল। শব যাত্ৰাৰ পিছে পিছে ময়ো খোজ ল'লো। মনৰ মাজত দুবিধ ৰোগৰ চিন্তাই পাকঘূৰণি খাই থাকিল। এটা হাজৰিকা, শইকীয়া, বৰুৱাহঁতৰ। আনটো মধুহঁতৰ দৰে খাটি খোৱা মানুহ চামৰ। দুয়োটাই দুৰাৰোগ্য। চিতাৰ জুয়ে মধুহঁতৰ ৰোগৰ বীজাণু নাশ কৰিব। হাজৰিকাহঁতৰ বাবেও একুৰা জুই জ্বলাব পৰা হ'লে!

---

# টেব্‌ল

শিহুটো ওলোৱাদি সি ভুটুংকৰে আহি ওলাইছিল। সি মানে দিবাকৰ চৌধুৰী। মোৰ বন্ধু। নগে-গলে লগা বিধৰ নহয়, কলেজৰ সহপাঠী। আমি একেলগে বি. কম. পঢ়িছিলো, হোষ্টেলত আছিলো। পঢ়া-শুনাত সি বিশেষ ভাল নাছিল। নাছিল বুলিয়ে কৈছোঁ, কাৰণ 'ল'ৰাটো পঢ়া-শুনাত বেছ ভাল' বুলি কোনোৱে কোনোদিনে তাৰ বিষয়ে মন্তব্য কৰা শুনা নাছিলো। তাৰ অন্তৰখন কিন্তু বৰ ভাল আছিল। দুখীয়া ঘৰৰ ল'ৰা, কষ্ট কৰি ডাঙৰ-দীঘল হৈছিল। চাইন্স পঢ়াৰ জোখাৰে তাৰ মগজু নাছিল, আৰ্টচ পঢ়িনো কি ডাল হ'ব। গতিকে সোনকালে চাকৰি-বাকৰি এটা পালে ঘৰখন উদ্ধাৰ হ'ব বুলি ভাবিয়ে হেনো সি কমাৰ্চ পঢ়িব আহিছিল। পিছে তাতো হেঙাৰ। বিষয়বোৰ *বৰ নিৰস নিৰস যেন লাগে হোনো। সি মোক প্ৰায়েই কৈছিল—* 'বুজিছ অলকেশ, শুকান কাঠ চেপিলেও যদি কিবা ৰস ওলায়, তোৰ এইডাল একাউণ্টেচিত ৰস নোলায়— ধূৰ চালা। কেৱল ডেবিট আৰু ক্ৰেডিট, তাকো পঢ়ে নে কোনোবাই?'

পঢ়োঁ-নপঢ়োঁকৈ কিন্তু সি এদিন সুকলমেই বি.কম.ৰ দেওনাখন পাৰ হ'ল

আৰু তাৰ পিছত আক-তাক ধৰি-মেলি এদিন অসম চৰকাৰৰ পি.ডব্লিউ.ডি.ত চাকৰি এটাত সোমাল। তাকো হিচাপ বিভাগত। শুকান কাঠতে সি বাধ্য হৈ ৰস শিচাৰিবলৈ আৰম্ভ কৰিলে। মই এম.কম. পাছ কৰি উঠি এবছৰমান বেংকত চাকৰি কৰি সেই দহটা-পাঁচটাৰ গতানুগতিক ৰুটিনখনৰ লগত খাপ খাব নোৱাৰি এদিন আহি কলেজত সোমালো। নিজৰ জীৱনটো, পৰিয়ালটো ভালদৰে 'মেনেজ' কৰিব নোৱাৰিলেও মেনেজমেণ্টৰ অধ্যাপক হিচাপে ল'ৰা-ছোৱালীবোৰৰ মাজত মোটামুটিভাৱে মোৰ এটা নাম হ'ল। তাকেই অমূল্য ধন বুলি লৈ নিজৰ পৃথিৱীখনত ঘূৰি আছোঁ।

দিবাকৰ আৰু মোৰ মাজত যোগাযোগ বুলিবলৈ মাজে-সময়ে দুই-এখন চিঠিত বাহিৰে তেনেকৈ একো নাছিল। তাৰ বদলি হৈ থকা চাকৰি, আজি অ'ত, কালি ত'ত। কেতিয়াবা যাওঁ বুলি ভাবোঁ। সময় নিমিলে। সময় মিলিলে হাত উদং হৈ থাকে। চাওঁতে চাওঁতে হঠাতে এদিন সি বিয়াখনো পাতিলে। মোতকৈ বহু আগতে। ঘৰৰ ডাঙৰ ল'ৰা, গতিকে বেমাৰী বাপেকৰ শেষ ইচ্ছা সি পূৰণ কৰিলে। সময়টো বেয়া হোৱা বাবে বৰ ইচ্ছা থকা সত্বেও তাৰ বিয়ালৈ যাব নোৱাৰিলো। সেই অভিমানতেই নে কি মোৰ বিয়ালৈকো সি নাহিল। কিছুদিন পিছত চিঠি এখনেৰে শুভেচ্ছা জনাই সি লিখিছিল— 'অধ্যাপক বাবুৰ আগৰে পৰা একো খবৰে নাই, হঠাতে বিয়া। প্ৰেম-চেম গৈ গ'ল নেকি? শুনিছোঁ বৰ ধুনীয়া বোলে, হওক দে ভাই, তহঁতৰ জীৱন সুখৰ হওক, সুন্দৰ হওক। দুটা ল'ৰা-ছোৱালীলৈ মোৰহে নাজল-নাথল অৱস্থা। সৰু চাকৰি এটা লৈ দৰমহাৰ পইচাকেইটাৰে আজিৰ দিনত চলা কি যে কষ্টকৰ তইতো জানই। মাজে মাজে ভাবোঁ, ভুলেই কৰিলো নেকি সংসাৰ-চংসাৰ কৰি। বাৰু বাদ দে সেইবোৰ। শ্ৰীমতীক লৈ আহিবি না কেতিয়াবা এইফালে—।'

মোৰ কোনোদিনে তাৰ তালৈ যোৱা নহ'ল। মাজতে এবাৰ ভাল খবৰ এটা পালো— তাৰ হেনো প্ৰমোচন হৈছে একাউটেণ্টলৈ। শ্ৰীমতীক কথাটো কোৱাত তেৱোঁ বৰ ভাল পালে। হওঁক, সি তাৰ সততা, কৰ্তব্যনিষ্ঠতাৰ

পুৰস্কাৰ পাইছে। এতিয়া অন্তত পৰিয়ালটোৱে কিছু সকাহ পাব।

দিনবোৰ পাৰ হৈ আছিল। মাজতে প্ৰায় এবছৰ মান তাৰ খবৰ নোহোৱা হ'ল। কোনো চিঠি পত্ৰ নাই। দুখনমান লিখি উত্তৰ নোপোৱাত ময়ো মনে মনে থাকিলো। ক'ৰ পৰা কেনেকৈ জানো সি মোৰ ভাৰাঘৰৰ ঠিকনাটো পালে? আজি পুৱাতে মোৰ গেটৰ সম্মুখত মাখন ৰঙৰ নতুন মাৰুতি গাড়ী এখন আহি ৰ'ল। চাহ কাপ খাই বাতৰি কাকতখনত চকু ফুৰাইছিলো মাত্ৰ, দুৱাৰখন খোলা আছিল বাবে সি গপ্‌গপাই ভিতৰলৈকে সোমাই আহিল। প্ৰথমে সন্দেহ হৈছিল। চকুত ক'লা চশমা, মুখত আধাপকা-আধাকেঁচা দাড়ি, বেছ পৰিপাটি পোছাকেৰে এয়া— মোৰ সন্দেহ সি নিজেই দূৰ কৰিলে— 'উগ্ৰপন্থী-চন্থী বুলি ভাবিছ নেকি, মই দিবাকৰ।' চশমাযোৰ খুলি হাতত লোৱাৰ লগে লগে মই একপ্ৰকাৰে উচপ খাই উঠিলো— 'তই হঠাৎ, পুৱাতে, ক'ৰ পৰা, আৰু গাড়ীখন' খপ-জপকৈ এগালমান প্ৰশ্ন মুখেৰে ওলাই আহিল।

'আচৰিত হৈছ নহয়, সেইখন মোৰে। দুমাহ হ'ল, লৈ পেলালো।'

'কিন্তু'— মই একো ক'বলৈ নাপালো। সিয়ে আৰম্ভ কৰিলে— 'ভাল মানুহ হৈ থাকিবলৈ বহু চেষ্টা কৰিলো। নাই নোৱাৰি। বৰ কষ্ট হয়। শেষত হাৰ মানিলো। নিজৰ যেন তেন, পত্নী, ল'ৰা-ছোৱালী— সিহঁতৰ কথাওতো ভাবিব লাগিব। দুনিয়াখন দেখি-শুনি শেষত ময়ো সেই সুযোগটোলৈকে বাট চাইছিলো। পাই গ'লো বুজিছ।'

'কি পালি, লটাৰি নেকি?' মই সুধিলো।

'লটাৰি—' সি ঘিক্‌ঘিকাই হাঁহি উঠিল। হাঁহি হাঁহিয়ে কৈ গ'ল— 'ধৰি ল একপ্ৰকাৰৰ লটাৰিয়ে। ভাগ্য পৰীক্ষা। ভাগ্যত আছিল বাবেইতো সেই টেবুলখন পালো।'

'মানে?'

'মানে আৰু কি— সেইটোৱে। ঠিকাদাৰবোৰে বেগ ভৰাই আনে। এহাতেৰে বিলখন পাছ কৰিব লাগে আৰু আনখন হাতেৰে ল'ব লাগে। দিয়া আৰু লোৱাৰ খেল। বস্ ইমানেই। নহ'লে কি দৰমহাৰ পইচাৰে মাৰুতি ল'বি?

অ', আৰু এটা কথা তোক কোৱাই নাই নহয়। গুৱাহাটীত মাটি অলপো লৈ পেলালো। বেলতলা চাইডত। ঘৰ এটা সাজি আছোঁ। মোৰ ট্ৰেলফাৰৰ কথাও চলি আছে। ঘৰটো কমপ্লিট হ'লে একেবাৰে গুচি আহিম। ল'ৰা-ছোৱালী দুটাৰ পঢ়া-শুনাৰ কথা আছে।'

কথাবোৰ মোৰ কিবা 'আলিফ-লাইলা'ৰ কাহিনীৰ দৰে সপোন সপোন, যাদু-মন্ত্ৰেৰে ভৰা যেন লাগিল। এইজনে সেই তাহানিৰ দিবাকৰ হয় নে? আদৰ্শৰ কথা কোৱা দিবাকৰ, পি. ডব্লিউ. ডি. ৰ কেৰাণী, দৰমহাৰ পইচাৰে যাৰ দহ দিন যায়, মাহৰ কুৰি দিনেই কেচিয়াৰৰ পৰা লোৱা ধাৰ, দোকানৰ বাকী, হা-হুতাশেৰে পাৰ হয়।'

মই একো কোৱাৰ সুযোগ নাপালো। সি পুনৰ আৰম্ভ কৰিলে— 'ধেৎতেৰি, ময়ো যে আৰু, নিজৰ কথাকে কৈ আছোঁ। তোৰ শ্ৰীমতী আৰু ল'ৰাটো ক'ত? সিহঁতৰ কাৰণে দুটামান বস্তু আনিছিলো অ', মাতচোন মাত।' কথাখিনি কৈয়ে সি পলিথিনৰ ডাঙৰ ৰঙ-চঙীয়া বেগ দুটা মোৰ ফালে আগবঢ়াই দিলে। খুলি চাই দেখো— এটাত এখন ধুনীয়া শাৰী। দামী হ'ব যেন লাগে। আনটোত এযোৰ সুন্দৰ চাৰ্ট-পেণ্ট।

'তয়ো যে আৰু, এইবোৰ কি কৰিছ?'

'কি কৰিছোঁ মানে, ঠিকেই কৰিছোঁ। শুদা হাতে আহিলে তোৰ পত্নীয়ে পিছত ক'লেহেঁতেন, এওঁৰো যে বন্ধু, মাৰুতি ল'লে, গুৱাহাটীত ঘৰ কৰিলে, আহিছে শুদা হাতখন লৈ।

ইতিমধ্যে শ্ৰীমতী আহি আমাৰ কাষত থিয় হৈছিল। শেষৰ কথাখিনি সি তেওঁৰ ওপৰত ভেজা দি ক'লে। কথাৰ অন্ত নাই। এটাৰ পিছত এটা ওলাইছে। বিনয় শৰ্মা যে, পাঠশালাৰ, সি এতিয়া ক'ত, শচীন বোলে এক্সিডেণ্ট হৈ ঢুকাল, বৰ বেয়া লাগে দে আৰু কথা এটা শুনিছোঁ, আমাৰ লগত যে আছিল দেৱযানী, তাই বোলে মুছলমান ল'ৰা এজনৰ লগত পলাই গৈছে, হয়নে? এফালৰ পৰা যি মনত পৰিছে, তাকে সুধি গৈছে। মই হয় বা না কৈ গৈছোঁ। শ্ৰীমতীয়ে চাহ-জলপানৰ যোগান ধৰিলে। বৰকৈ কোৱা সত্বেও সি ভাতলৈ নৰ'ল। শেষত তাৰ নতুন ঘৰলৈ আমাক এদিন লৈ যোৱাৰ

প্ৰতিশ্ৰুতিৰে সি বিদায় ল'লে। শেনটোৰ দৰে মাৰুতিখন চলাই সি গুচি গ'ল আৰু মই ফেঁচাটোৰ দৰে তাৰ ফালে চাই ৰ'লো।

দিনটো ক্লাছ, বজাৰ, টিউচন আদিৰ মাজত কথাবোৰ পাহৰি আছিলো। নিশা বিছনাত পৰাৰ কিছু সময় পিছত শ্ৰীমতীয়ে লাহেকৈ মাত লগালে—

'হেৰি, শুলে নেকি?'

'নাই শুৱা, কিবা ক'বা?'

'আপোনাৰ বন্ধু কিন্তু বৰ সাংঘাতিক মানুহ দে। পি. ডব্লিউ. ডি.ৰ একাউটেণ্ট এজন হৈয়ে এই কেইদিনৰ ভিতৰতে মাৰুতি ল'লে, গুৱাহাটীত ঘৰ-মাটি কৰিলে। প্ৰফেচাৰক বিয়া কৰাই আমাৰহে ভাৰাঘৰতে জীৱন যাব যেন পাইছোঁ।' কথাখিনি শেষ হোৱাৰ লগে লগে শ্ৰীমতীৰ হুমুনিয়াহ এটা ওলাই আহি মোৰ বুকুতে খুন্দা মৰা যেন লাগিল। কিছু সময়ৰ নীৰৱতাৰ পিছত তেওঁ পুনৰ ক'লে—

'হেৰি নহয়, আপোনাৰ বন্ধুই যে ভাল টেবুল এখন পোৱা বুলি ক'লে, সেয়া মানে সেয়া নহয় জানো?'

'অ' তুমি যি বুজিছা, সেয়াই।'

'তেখেতৰ কথাবোৰ আমাৰ বাবাই শুনি আছিল হ'বলা। সি কি কৈছে জানে, তাকো হেনো তেনেকুৱা টেবুল এখন লাগে, পইচা ওলোৱা টেবুল। আপুনি কি কয় ক'ব। মই একো বুজাব পৰা নাই। কালিলৈ পুৱা উঠি হুলস্থূল নকৰিলেহে ৰক্ষা।'

মোৰ মুখৰ মাত হৰিল। জীয়াই থকাৰ কোনটো পথ শুদ্ধ, ভাবি ভাবি কথাবোৰ আউল লগা যেন লাগিল। মোৰ ল'ৰাটোৰ কাৰণে মই কি থৈ যাম, দিবাকৰে তাৰ ল'ৰা-ছোৱালী দুটাৰ কাৰণে কি থৈ যাব? মই যি থ'ম, দিবাকৰে যি থ'ব— জীৱনৰ বাবে কোনটোৰ গুৰুত্ব অধিক? নে দুয়োটাৰে?

শ্ৰীমতীৰ গাত হাত দি চালো। তেওঁ শুলেই। কাষত নিষ্পাপ মুখখনেৰে শুই আছে ল'ৰাটো। শেষত ঠিক কৰিলো, তাক মই ক'ম, তই আগতে মানুহ হৈ ল সোণ, তাৰ পিছত সময়ত তোৰ টেবুলখন তই নিজেই বাচি ল'বি।

---

প্ৰগতি /১৯৯৭

# জননী

ৰাতিপুৱাৰে পৰা বগীতৰাৰ মনটো উচপিচাই আছে। ফটা এড়ীয়া কাপোৰখন গাত মেৰিয়াই বাঢ়নী পাতেৰে পুৱাতে পদূলি মুখলৈকে ফু-মাৰি ভাত খাব পৰাকৈ চোতালখন সৰা, মহীকান্তৰ বাটৰ মূৰত থকা কুঁৱাটোৰ পৰা দুকলহ পানী আনি থোৱা, ঘৰমচা, গাইজনী খীৰাই পথাৰত মেলি দি অহা; গোহালি ঘৰটো চাফা কৰাৰে পৰা আৰম্ভ কৰি আখলৰ জুই ধৰি দৌৰাদৌৰিকৈ পানী অলপ তপতাই গাটো তিয়াই অহালৈকে প্ৰতিটো মুহূৰ্ততে তাই লাচিতৰ কথাকে ভাবিছে। হওঁক তেও তাৰ যে মাকজনীলৈ এবাৰ মনত পৰিছে। নিজৰ পেটৰ পোৱালিটোক এবছৰে নেদেখি তাইৰ বুকুখন তেনেই উদং উদং যেন লাগি আছে।

দুদিন আগতে মহীকান্তৰ হাইস্কুলত পঢ়া ডাঙৰটো ল'ৰা হৰেনে আনি লাচিতৰ চিঠিখন হাতত দিওঁতে তাইৰ বুকুখন একেবাৰে চিৰিংকৈ উঠিছিল। দেশখনৰ চাৰিওফালে যিহে অঘটনবোৰ ঘটিব ধৰিছে। 'পঢ়চোন অ' বোপাই হৰেন, কিনো লিখিছে সি।' কথাখিনি কৈ চোতালৰ চুকত থকা খুড়াভঙা বেঞ্চখনৰ এটা কোণত কুমি-মুচি বহি কাণখন থিয় কৰি চিঠিৰ প্ৰতিটো শব্দ

শুনোতে তাইৰ বুকুখনে ধান বনাদি বানিছিল। 'মা, ভগৱানৰ কৃপাত মই ভালে আছোঁ।' ৰক্ষা, ভগৱন্ত প্ৰভুৱে যে তাইৰ জীউটোক ভালে-কুশলে ৰাখিছে। তাতকৈ অধিক বগীতৰাক আৰু একোকে নালাগে। মাটি দুড়ৰামান আছিল শুণেহে তাৰ পাঁচ বছৰ বয়সতে বাপেকটো কাল হোৱা দিন ধৰি তাই লাচিতক একেবাৰে লেখৰ-জোখৰ নহ'লেও নিজে খুটি খাব পৰা কৰিলে।

চিঠিখনৰ শেষৰ ফালৰ কথাখিনি শুনাৰ পিছৰে পৰা বগীতৰাৰ মনত যি উচপিচনি আৰম্ভ হৈছে সি এতিয়াও শাম কটা নাই। 'মাঘৰ বিহুত ঘৰলৈ যাম। বহুদিন তোক নেদেখি মনটো বৰ কিবাকিবি লাগি আছে।' আই ঐ মোৰ সোণটো! বগীতৰাৰ বুকুখন শাত পৰি গ'ল। ধূলিত লুতুৰি-পুতুৰি হৈ খেলি থকাৰ পৰাই কেতিয়াবা দৌৰি আহি একেজাপে বগীতৰাৰ কোলাত উঠা তজবজীয়া চেহেৰাৰ লাচিতৰ সৰুকালৰ ছবিখন তাইৰ চকুৰ পতাত জলজলীয়া হৈ উঠিল। আনন্দত তাইৰ চকুযুৰি মুদ খাই যাব খুজিছিল।

'হেৰি নহয় অ' হৰেন, পইচা পাতি যি লাগে মই দিম, তই বজাৰৰ পৰা অলপ ভাল গুড় আৰু তিল দুটামান আনি দিবিচোন অ' বোপাই। পাৰিলে পিঠা দুখনমানকে ভাজিম।'

বগীতৰাই বিচৰামতেই বজাৰৰ পৰা গুড় আহিছে, তিল আহিছে। কেও কিছু নথকা বাঁৰী বিধবা তিৰোতা বুলি বছৰি দিয়াৰ দৰে এইবাৰো বিহুত ন-ধানৰ ভাত এসাজ খাওঁক বুলি মহীকান্তই দি যোৱা বৰা আৰু জহাধানখিনি উলিয়াই বগীতৰাই ঢেকীত বানিছে। মহীকান্তৰ ছোৱালী হিমানীক মাতি আনি কালি নিশাতে বৰা চাউল কেইটা খুন্দি পিঠাগুৰিখিনিও তাই সাজু কৰি ৰাখিছে। গুড়খিনি জুইত পগাই লৈ তিলৰ গুড়িৰ লগত সানি বগীতৰা পিঠা ভাজিবলৈ জুহালত বহিছে। ল'ৰাটো কালিয়ে আহি পাব লাগিছিল। দূৰ ঠাইৰ পৰা গাড়ী-মটৰে অহা কথা, বাটত কিবা হস্কিল-মস্কিলতো পৰিব পাৰে। আজি সি যেনেতেনে আহি পাবই। তাৰ আগতে পিঠাখিনি ভাঁজি অটাব লাগিব।

আগফালৰ চ'ৰা ঘৰটোত লাচিতৰ বাবে বিছনাখন বগীতৰাই

যোৱাকালিয়ে ঠিক কৰি থৈছে। সি বাজ ওলোৱা দিন ধৰি তাই সেইটো কোঠাত তেনেদৰে সোমোৱা মনত নপৰে। সোমালেই দেখোন কিবা বুকুখন বিষোৱা যেন, মনটো উদং উদং যেন লগা ভাব এটা হয়। বাঢ়নী পাতেৰে চুকে-কোণে থকা মকৰা জালবোৰ গুচাওঁতে মকৰা এটাই তাইক কম দিগদাৰীখন কৰিলেনে? বাৰে বাৰে খেদি দিয়ে, আকৌ ঘূৰি আহি মৰতীজনীয়ে বেৰত উঠে। পিছতহে তাই মন কৰিলে মকৰাজনীৰ পেটত এপাল পোৱালি। অমাতা জীৱ হ'লেও পেটৰ পোৱালি কেইটালৈ কিযে মায়া! নিজৰ দেহটো খুলি খুলি খাব বুলি জানিও বেচেৰীৰ তালৈ কেৰেপ নাই। সৰুকালত কিবা কাৰণত অলপ গা-মূৰ বেয়া হ'লে ঘেন্ ঘেন্ ঠেন্ ঠেন্‌কৈ লাচিতেও তাইক কম দিগদাৰীখন কৰিছিলনে? অলপ ডাঙৰ হোৱাৰ পৰা আকৌ তাৰ বিৰুদ্ধে দিনে এশ একুৰি ওজৰ আপত্তি শুনি শুনি বগীতৰাৰ কাণমূৰ ঘোলা হ'বলগীয়া অৱস্থা হৈছিলগৈ। আজি বোলে অমুকাৰ বাৰীৰ বগৰী, আম, লিচু চুৰি কৰি খালে, কালি বোলে খেলি থাকোঁতে কিবা খকা-খুন্দা লাগি অমুকাৰ পুতেকক বগৰাই লৈ ভুকুৱাই ভুকুৱাই গাটো পকা কঠাল যেন কৰিলে ইত্যাদি। কেতিয়াবা খংটোৱে টিঙিচকৈ চুলিৰ আগ পায়গৈ। বগীতৰাই তেতিয়া লাচিতক ভালকৈ এশিকনি দিছিলেও। গধূলিৰে পৰা উচুপি উচুপি এটা সময়ত ভাত পানী একো নোখোৱাকৈ শুই পৰা লাচিতৰ মুখখন চাই পিছত বগীতৰাৰ মনটো বৰ বেয়া লাগিছিল। তাইকনো কিহে পাইছিল চেকনি ডালেৰে ল'ৰাটোক এনেদৰে মাৰিবলৈ? এনেদৰে দুষ্টালি তায়ো জানো সৰুকালত কৰা নাছিল? সিহঁতৰ ঘৰৰ পিছফালে থকা মেটেকাৰে ভৰা খালটোৰ পৰা মেটেকাৰ ফুল ছিঙিবলৈ যাওঁতে এবাৰ তাই পানীত পৰি ভেঁটফুলা দিলেহেঁতেন যদি লগত ধীৰেন নামৰ অসুৰ যেন ল'ৰাটো নাথাকিলহেঁতেন।

ৰাতি বিছনাৰ একাষত থকা লাচিতক বুকুৰ মাজলৈ চপাই লৈ তাৰ পিঠিখনত পিহি পিহি বগীতৰাই কিবাকিবি বুজাইছিল, — 'লোকৰ ল'ৰা-ছোৱালীৰ লগত কাজিয়া কৰিব নাপায় নহয় সোণমইনা। তই ভাল হ'লে,

ডাঙৰ মানুহ হ'লে মই যে কিমান শান্তি পাম!'

কথাবোৰ ভাবি থাকোঁতে আখলৰ তলৰ জুইকুৰা যে নুমাই গৈছিল বগীতৰাই মনেই কৰা নাছিল। বাঁহৰ চুঙাটোৰে ফুৱাই ফুৱাই জুইখিনি তুলি পুৰি অহা খৰি কেইডাল ভিতৰলৈ ঠেলি দিলে তাই। আধামান পিঠা ভাজিবলৈ এতিয়াও বাকী।

এদিন স্কুলৰ পৰা আহি লাচিতে বগীতৰাক লাচিত নামৰ মোমায়েকৰ ডিঙি কটা খঙাল ভাগিনীয়েক এটাৰ কথা কৈছিল। কথাষাৰ শুনি বগীতৰা উচপ খাই উঠিছিল। কিযে কটামৰা কথাবোৰ কিতাপত লিখে! আৰু মাষ্টৰবোৰেনো ল'ৰা-ছোৱালীৰ মূৰ খাবলৈ এইবোৰ কি পঢ়ায়? পিছে লাচিতে বুজাই ক'লে যে মোমায়েকটো বৰ ভাল মানুহ নাছিল, তেওঁৰ কামৰ গাফিলতিৰ বাবেই আমাৰ অসম দেশখন দিল্লীৰ মুছলমানৰ হাতলৈ যাওঁ যাওঁ হৈছিল আৰু সেইবাবেহে হেনো দেশতকৈ মোমাই ডাঙৰ নহয় বুলি লাচিতে মোমায়েকক দুচেও কৰিলে। জানো, বগীতৰাই কথাবোৰ বৰ ভালদৰে বুজি নাপায়। আৰু সেইবাবেই লাচিতে যেতিয়া কৈছিল— 'চাবিচোন মা', ময়ো এদিন লাচিতৰ দৰে হ'ম'— বগীতৰাই পুতেকৰ সাহপিত দেখি ৰং পালেও লাহেকৈ কৈছিল— 'জানো বোপাই, তই যিটো ভাল দেখ কৰিবি বাৰু! মইনো কি ক'ম?'

বগীতৰাই একো ক'বলগীয়া নহ'লো। মেট্ৰিকৰ দেওনাখন পাৰ হৈ কলেজত ভৰি দিয়া দিন ধৰি ল'ৰাটোৰ গাত কিবা এটা সোমাল। দাড়ি-চুলিবোৰ নাকাটে, ভোৰভোৰাই থাকিলেও মূৰত তেল নঘঁহে, নিয়মমতে ঘৰলৈ আহি ভাত-পানী নাখায়। কেতিয়াবা নিশা ভাত বাঢ়ি লৈ চাকিটোৰ কাষত বহি তাই লাচিতৰ বাবে বাট-চাই থাকোঁতে থাকোঁতে এটা সময়ত শিহাপুৰি চাকিটো নুমাই যায় আৰু লাহেকৈ উঠি গৈ তায়ো লঘোণীয়া পেটেৰে বিছনাত দীঘল দিয়ে। পিছদিনাখন ক'ৰবাৰ পৰা এজাক ডেকা ল'ৰা লগত লৈ সি আহি ওলায়হি। তাই অলপ-চলপ বকে আৰু তেতিয়াই লাচিতে ওলোটাই ধমকণি দি কয়— 'মই কিবা কাৰণত আহিব নোৱাৰিলোঁ বাবেই

তই এনেদৰে লঘোণ দিব লাগে কিয়?' নগৰ ল'ৰাবোৰেও হয়ভৰ দিয়ে, — 'আমি থাকোঁতে আপোনাৰ ল'ৰাৰ একো অন্যায় হ'ব নোৱাৰে।' বগীতৰাই মনে মনে ৰয়। এইজাক ডেকা ল'ৰাও যেন তাইৰেই সন্তান। বাচাইতৰ অন্তৰত এধানিমানো মলি নাই।

তাইৰ ঘৰখন পাত পাতকৈ বিচাৰি চলাথ কৰি যিহকে পায় তিহকে অমৃত খোৱা দি খায়। যোৱাৰ সময়ত সিহঁতে যেতিয়া বগীতৰাৰ চৰণ চুই- - 'আপুনি আমাক আশীৰ্বাদ দিয়ক মা' বুলি আঠু লয়, কিবা এক বুজাব নোৱৰা আনন্দত তাইৰ চকুদুটা চলচলীয়া হৈ আহে।

'ভাত দুটামান দিম নেকি?' – বুলি সুধি 'নাই নালাগে' বা 'দে বাৰু' লৈ বাট নাচাই হেতাখনেৰে কাঁহীত ভাত কেইটামান দি বগীতৰাই লাচিতক এদিন সুধিছিল— 'তইঁতেনো ফুচ্‌ফুচ্‌, ফাচ্‌ফাচ্‌কৈ অত বেলি কি কথাবোৰ পাত? ল'ৰাবোৰৰ লগত এনেদৰে ৰাতিক দিন কৰি নুঘূৰিলে নহয়নে? কিহৰনো ইমান গৰ্জ্জটো পৰিছে হয়নে?' লাচিতে কৈছিল সিহঁতে হেনো দেশৰ কথাহে আলোচনা কৰে। মানে আমাৰ অসম দেশখন বোলে বিদেশীৰে উপচি পৰিছে। এতিয়া ডেকা ল'ৰাখিনিয়ে চুকত সোমাই হাত সাৱটি বহি থকা মানে হেনো এদিন নিজৰ ঘৰতে আলহী হোৱা। গতিকে আন্দোলন কৰিব লাগিব, শুই থকা মানুহবোৰক জগাব লাগিব। – কোন শুই আছে, কোনে সাৰ পাইছে বগীতৰাই সেইবোৰৰ একো ভূ-ভা নাপায়। পুতেকে যি ভাল দেখিছে কৰক। সিটো এতিয়া আৰু সৰু ল'ৰা হৈ থকা নাই, লেখা-পঢ়া শিকিছে, নিজৰ ভৱিৰ ওপৰত খোজ দিব পৰা হৈছে। বগীতৰাই সেইবাবে লাচিতক এবাৰ মাত্ৰ কথা কৈছিল— 'তোকনো মই কি হকাবাধা কৰিম বোপাই, পিছে যিহকে নকৰ, অকণমান নিজৰ গা বচাই ফুৰিবি, মানুহৰ গাৰ নোম ডালেই শত্ৰু।'

এইবোৰ এটা বছৰ আগৰ কথা। এদিন লাচিতে বগীতৰাক ক'লে— সি হেনো দেশৰ কামত গুৱাহাটী আৰু অসমৰ অইন অইন ঠাই কিছুমান ঘূৰিব, কেইমাহমান বাহিৰত থাকিব। চিন্তাৰ একো কাৰণ নাই, সি চিঠিৰে খা-খবৰ

জনাই থাকিব। বস্‌। সেই যে ল'ৰাটো বাজ ওলাল আজি এবছৰে সি ঘৰ চপা নাই। মাজে মাজে তাৰ পৰা দুখন এখন চিঠিপত্ৰ পাই আছে, সেই একেবোৰ কথা, চিন্তাৰ কাৰণ নাই... সি ভালেই আছে, দেশৰ কামত বৰ ব্যস্ত বাবে ঘৰলৈ আহিব পৰা নাই। বগীতৰাই মনটোক সান্ত্বনা দিছে। মাজে মাজে মাতৃহৃদয়খনে হয়তো কান্দিছে। বাটে-ঘাটে মানুহে তাইক যেতিয়া সোধে— কি অ' লাচিতৰ মাক, তোক হ'বলা পুতেৰে একেবাৰে পাহৰিয়েই গ'ল, বিহু তিথি বুলিও দেখোন সি ঘৰ নচপা হ'ল?' তাই বোবা হৈ ৰয়। নিজৰ জন্মদাতৃ মাকজনীক জানো কোনোবাই পাহৰিব পাৰে? সিটো ক'তো আনন্দত ভোজভাত খাই ফুৰা নাই, দেশৰ কামতহে ঘূৰিছে।

বগীতৰাই ইতিমধ্যে পিঠাখিনি ভাজি আঁতালে। চাহ-পানী টুপি মুখত দি জুইকুৰা নুমুৱাই, পিঠাৰ থালখন পাভতি চাঙত তুলি থৈ বগীতৰা বাজলৈ ওলাই আহিল আৰু একেকোৱে পদূলিমুখ পালেহি। বেলিটো এতিয়াহে কুঁৱলী আঁতৰাই ওলাই আহিছে। চাইকেলৰ কেৰেৰেং কেৰেৰেং শব্দ শুনি তাই পিছফালে ঘূৰি নোচোৱাকৈয়ে ধৰিব পাৰিলে সেয়া মহেশ্বৰ পণ্ডিত আহিছে স্কুললৈ। তাৰ মানে দহটা বাজিল। বগীতৰাই গাৰ কাপোৰখন মূৰৰ ওপৰত তুলি ল'লে। কাষেৰে পাৰ হৈ যাওঁতে চাইকেলৰ পৰা ননমাকৈয়ে বগীতৰাৰ ফালে মূৰটো হলাই পণ্ডিতে সুধিলে— 'হয়নে আজি বোলে পুতেৰ আহি পোৱা কথা?' সুধিলেহে, 'হয়' বা 'নহয়'টো শুনিবলৈ পণ্ডিত কিন্তু নৰ'ল। ল'ৰাবোৰে কয়— পণ্ডিতৰ চাইকেলত হেনো ব্ৰেক বেল একো নথকা বাবে সেইখন য'তে ত'তে নৰয়। কথাটো তেনেকুৱাও হ'ব পাৰে। গুৱাহাটীৰ ফালৰ পৰা অহা চৰকাৰী বাছখন ঠিক এঘাৰমান বজাত এইখিনি পায়হি। তাৰমানে আৰু এঘণ্টামানহে বাকী।

'মৰতীজনীৰ কিনো হৈছে, ৰাতিটো পুৱাবৰে পৰা ৰকৰকাবলৈ, ছেঃ ছেঃ।' পদূলিমুখৰ মহানিম জোপাত পৰি কাউৰী এজনীয়ে ৰমলিয়াই আছিল। চপৰা এটাৰে কাউৰীজনী খেদি বগীতৰা চ'ৰাঘৰত সোমাল। লাচিতৰ বিছনাৰ কাপোৰখিনি পুনৰবাৰ জাপিজুপি থওঁতে কাঠৰ ফ্ৰেমৰ মাজত বন্ধাই মূৰ

শিতানৰ ফালৰ খুটাটোৰ গজাল এটাত আঁৰি থোৱা লাচিতৰ ফটোখন তাইৰ চকুত পৰিল। কিছুসময় একেথিৰে বগীতৰাই সেইখন চাই ৰ'ল। ফটোখন প্ৰথম দেশৰ দিনাখন বগীতৰাই লাচিতক কৈছিল—'দাড়ি-চুলিৰে ভোবোকাৰ হৈ ভাওনাৰ অসুৰটোৰ দৰে তইনো এইখন কি উঠিলি?' কথাষাৰত ৰস পাই লাচিতে খুব হাঁহিছিল। দাড়ি-চুলিবোৰৰ মাজতে বগীতৰাই দেখা পালে লাচিতৰ শান্ত মৰম লগা মুখখন আৰু সেই হাঁহিটো। কোঠাৰ দুৱাৰখন বন্ধ কৰি থৈ তাই পুনৰবাৰ আহি ৰাস্তা পালে।

'জেঠাই— ককাইদেউ হ'বলা এতিয়াও আহি নাপালে?'

'কোন? অ' হৰেন। এৰা অ'— তাকেতো ভাবিছোঁ ৰ। নে বাটে-পথে কিবা অসুবিধাতে পৰিল সি। তইঁতৰ হ'বলা স্কুল নহ'ল নে বিহুৰ বন্ধ দিলে?'

'নাই, আজি ক'ত স্কুল হ'ব? স্কুলত মিটিংহে আছিল। দেশৰ পৰিস্থিতি ভাল নহয়। নলবাৰীৰ ফালে পুলিচ-মিলিটেৰীৰ অত্যাচাৰত হেনো মানুহে ঘৰবাৰী এৰিব লগা হৈছে। এইবাৰ ৰাইজে হেনো উৰুকাৰ ভোজভাত নাখায়। হেড্‌মাষ্টৰে মিটিঙত কৈছে, বিহু-তিথি পালিবলৈ অসমীয়া জাতিটো জীয়াই থাকিবনে নাই ঠিকেই নাই হেনো। বিদেশৰ পৰা যিমানবোৰ মানুহ আহিল, সিহঁতে এদিন আমাৰ ভাত-কাপোৰৰ লগতে মুখৰ মাত-কথাও কাঢ়ি ল'ব হেনো।'

বগীতৰা মনে মনে থাকিল। সিহঁতৰ গাঁৱৰ পিছফালে সৌখন বিজাৰ্ভ। চাওঁতে চাওঁতে খালী বিজাৰ্ভখনত কাউৰী-শগুণ পৰা দি ক'ৰপৰা জানো ইমানবোৰ মানুহ আহি ভৰি পৰিল! এইবাৰ তেন্তে অসমৰ ৰাইজে বিদেশৰ পৰা অহা মানুহবোৰক খেদিবলৈ ভালকৈয়ে মাৰবান্ধি থিয় দিছে। কিয়, তাই নিজেও জানো গাঁৱৰ ল'ৰা-তিৰোতাৰ সৈতে ইমানদূৰ বাটকুৰি বাই চহৰৰ বৰ হাকিমৰ অফিচত কিবা বোলেনে 'সত্যাগ্ৰহ'নে কি কৰিবলৈ দুদিনো যোৱা নাই? কোনোবা এজনী দয়ামায়াহীন তিৰোতাই বোলে ভোট খেলিবলৈ আহোঁতে বাধা দিয়াত পুলিচে মাজৰাতি টঙনিয়াই টঙনিয়াই বহুত ল'ৰাক মাৰিলে হেনো। এটা ল'ৰাৰ বোলে থিতাতে প্ৰাণ গ'ল। বেচেৰাৰ মাকজনীৰ

বুকুখন তেনেই উদং হৈ আছে চাগৈ। জানো, দেশখনত কি নতুন নতুন আইন-কানুনবোৰ হ'ব ধৰিছে— বিনাদোষতে মানুহবোৰক নগুৰ-নাগতিখন কৰি মাৰে। এইবোৰ বগীতৰাক হবেনেই কয়। সি আৰু কৈছে, লাচিতে হেনো আজিকালি ছাত্ৰবোৰৰ নেতা হৈছে। তাৰ কথা বাতৰি কাকতত ওলায়ে থাকে, তাক নজনা মানুহ নায়েই হেনো! হওঁক তেও। মানুহে জানক-নাজানক, সি যে দেশখনৰ বাবে কিমান চিন্তা কৰিছে!

ৰাস্তাত কথা পাতি থাকোঁতেই বগীতৰাৰ চকুত পৰিল চৰকাৰী ৰাস্তাৰ পৰা নামি বাছ এখন সিহঁতৰ গাঁৱৰ ৰাস্তাটোৰে সোমাই আহিছে। বাছখনত বহুত মানুহ আহিছে হ'বলা— একেবাৰে 'জয় আই অসম' বুলি গোটেইখন ৰজনজনাই আহিছে দেখোন। সেয়া গাঁৱৰ মানুহবোৰো দেখোন বাছখনৰ পিছে পিছে লৰি লৰি এইফালে আহিবলৈ ধৰিছে। আওঁ। বাছ দেখোন এখন নহয়, দুখন তিনিখন চাৰিখন, পাঁচখন— অজস্ৰ গাড়ী মটৰ গাঁৱৰ ৰাস্তাটোৰেদি ধূলি উৰুৱাই বগীতৰাৰ ঘৰৰ ফালে আগবাঢ়ি আহিছে।

'জেঠাই, ককাইদেউ আহিল হ'বলা।'

'হা।' — বগীতৰাৰ সপোন দেখা যেন লাগিল। একো অথন্তৰ হোৱা নাইতো? তাই দৌৰি গৈ ঘৰ সোমাল। এক অজান আশঙ্কাত তাইৰ বুকুখন দুৰুদুৰুকৈ কঁপিবলৈ আৰম্ভ কৰিলে। নিজকে বৰ অসহায় যেন লাগিল। এতিয়া তাই হাঁহিব নে কান্দিব, বহিবনে দৌৰিব? সেয়া— গাড়ী-মটৰবোৰ আহি তাইৰ পদূলিতে ৰ'ল। বগীতৰা আহি বাৰান্দাত থিয় হ'ল। ইমানবোৰ মানুহ! জীৱনত একেলগে ইমান মানুহ তাই ক'ৰবাত দেখিছিল জানো? ল'ৰা-বুঢ়া-তিৰোতা হাজাৰ হাজাৰ অচিনাকি মুখ। সেয়া তাই কি দেখিছে? তাইৰ ভ্ৰম হোৱা নাইতো? এজাক ডেকা ল'ৰাই কান্ধৰ ওপৰত বগা কাপোৰেৰে ঢাকি... জোৰকৈ চকু দুটা মুদি দি বাঁহৰ খুটাটোত ধৰি বগীতৰা বহি পৰিল। লগে লগে তাই মূৰত, গাত, হাতত অজস্ৰ হাতৰ স্পৰ্শ অনুভৱ কৰিলে।

'মা' আমি আহিছোঁ।'

কোনোবাই তাইক মাতিলে। বোধহয় সেই ডেকা ল'ৰা জাক। নে? উহু- সেয়া তাইৰ বুকুৰ ধন লাচিতৰ মাত নহয়। বোধহয় সি আৰু কোনোদিনেই বগীতৰাক 'মা' বুলি নামাতে। কিয়? কিয় সি তাইৰ ওচৰত ইমান অভিমান কৰিছে?

'আপোনাৰ সন্তান মৰা নাই মা'— লাচিত কেতিয়াও মৰিব নোৱাৰে! দেশৰ মুক্তিৰ বাবে যুঁজিবলৈ আজি হাজাৰ হাজাৰ লাচিতৰ জন্ম হৈছে। আপুনি উঠক মা, চকুলো মোহাৰি পেলাওক, আপোনাৰ বীৰপুত্ৰই আগবঢ়া পথেৰে আমাকো আগুৱাবলৈ আশীৰ্বাদ কৰক।'

কোনোবা এজনে তাইক কিবাকিবি ক'লে। তাই একো ক'ব পৰা নাই। তাইৰ বুকুখনত যেন এচটা গধুৰ শিলে হেঁচি ধৰি আছে। তাই চিঞৰি চিঞৰি কান্দিব পৰা নাই। দুচকুৰে বাগৰি আহিছে দুটা তপত চকুলোৰ ধাৰ। তাইৰ কাণত ৰিণি ৰিণিকৈ বাজিব ধৰিছে কেতবোৰ ধ্বনি— 'শ্বহীদ লাচিত জিন্দাবাদ, তেজ দিম দেশ নিদিও, জয় আই অসম।' খুটাটোত ধৰি এইবাৰ বগীতৰাই উঠিবলৈ যত্ন কৰিলে। মূৰটো আচন্দ্ৰাই কৰা যেন অনুভৱ হ'ল। ডেকা ল'ৰা কেইটামানে তাইক তুলি ধৰিলে। সিহঁতৰ সহায়ত থৰক-বৰককৈ বগীতৰা পাগঘৰলৈ সোমাই গ'ল। পাভতি চাঙত থকা পিঠাৰ থালখন তাই হাতত ল'লে আৰু পুনৰবাৰ বাৰাণ্ডালৈ ওলাই আহিল।

তাই কিবা এটা ক'ব বিচাৰিলে। সন্মুখত মৌনভাৱে থিয় হৈ আছে অগণন মানুহ। তাইৰ মুখৰ এটা মাত্ৰ শব্দ শুনিবলৈকে আটায়ে উদ্বিগ্ন হৈ আছে। চোতালত ফুলৰ বোকোচাত শুই আছে তাইৰ বুকুৰ জীউটো। তাইৰ কলিজাটো ফালি আজি দুফাল হ'ল। তাই মূৰ তুলি মানুহবোৰৰ ফালে চালে। আটাইৰে মুখবোৰ মলিন, বহুতৰে চকুত চকুপানী, অন্তৰত হয়তো সংগ্ৰাম কৰাৰ সংকল্প। তেন্তে তাইৰ সন্তানৰ মৃত্যুত অকল তায়েই দুখ পোৱা নাই? নাই, নাই। তাই নাকান্দে, কান্দিব নোৱাৰে, কান্দিলে লাচিতৰ আত্মাটোৱে অকণো শান্তি নাপাব।

'এয়া— এয়া মই বহু আশাৰে তাঁলৈ বুলি.....' থোকাথুকি মাতেৰে কথাখিনি কৈ কঁপা কঁপা হাতেৰে থালখন তাই ল'ৰা কেইটালৈ আগবঢ়াই দিলে।

---

জোনবিৰি/১৯৮০

# দুঃস্বপ্ন

প্ৰচণ্ড জোৰেৰে পেট আৰু মুখত ঘোচা মাৰি পাহাৰৰ ওপৰৰ পৰা বগৰাই আনি মৰো মৰো অৱস্থাত ভিলেইনজনক পুলিচৰ হাতত গতাই দি কিছু আঁতৰত উদ্বিগ্নতাৰে বৈ থকা নায়িকাৰ হাতত ধৰি গান গাই গাই নায়কে নতুন সংসাৰৰ ফালে খোজ দিয়াৰ লগে লগে চিনেমাখনৰ সমাপ্তি ঘটিল। বেদান্তৰ লগত বহুদিনৰ মূৰত মেটিনী শ্ব'ত ছবিখন চাই বিশেষ বেয়া নালাগিল। ফৰ্মূলাৰে ভৰা হ'লেও অভিনয় আৰু কাৰিকৰী দিশত সি চিনেমাখন ভালেই পালে। শিকিবলগীয়া একো নাই। উপভোগ কৰিবলৈ বহু কিবাকিবি আছে। দৰ্শকৰ ভিৰ ঠেলি গাড়ী-মটৰৰ পিপ্-পাপ্ শব্দৰ মাজেৰে দুয়ো চিনেমাহলৰ গেটখন পাৰ হৈ মূল ৰাস্তাত ভৰি থোৱাৰ লগে লগে অলকেশে যে ইমান আকস্মিকভাৱে খলনায়কৰ ৰূপত প্ৰচণ্ড ঘোচা এটা খাব লাগিব, তাকো নায়িকাৰ হাতত, সেয়া কিন্তু তাৰ কল্পনাতীত আছিল।

চিনেমাহলত বহি থকা জড়তাখিনি ভাঙিবলৈ বেদান্তই ৰেষ্টুৰেণ্টত চাহ একাপ খোৱাৰ প্ৰস্তাৱ ৰাখিছিল। কিন্তু ঘটনাটো ঘটি যোৱাৰ পিছত অলকেশৰ মন নগ'ল। সি বন্ধুক বিদায় দি পোনে পোনে তাৰ ভাৰাঘৰলৈ উভতিল।

কাপোৰযোৰ খুলি আলনাডালত থৈ, ফেনখন ফুলস্পীডত চলাই দি সি বিছনাখনতে বহি পৰিল। এই কেইদিন সাংঘাটিক গৰম পাৰছে। বাৰিষাৰ বতৰ যদিও বৰষুণ নাই। ভাগ্য ভাল যে লোডশ্বেডিং হোৱা নাই। গাৰ ঘামখিনি শুকুওৱাৰ পিছত সি এবাৰ গাটো তিওৱাৰ কথা ভাবিলে। ছাপ্লাইৰ পানী ৰাতিপুৱাই ধৰি থোৱা আছিল। বাথৰুমত সোমাই সি পুনৰবাৰ ৰাস্তাত মুখামুখি হোৱা ছবিখন মনত পেলাই মগটোৰে লাহে লাহে গাত পানী ঢালিলে। পানীখিনিয়ে কুহমীয়া ৰূপ ধাৰণ কৰিছে। গা ধোৱাৰ মজা নাই। তথাপি ঘামৰ গোন্ধটো আঁতৰা যেন লাগিল। গাটো মচি, চুলিখিনি ফণীয়াই, পাইজামা আৰু গেঞ্জীটো পিন্ধি সি পাগঘৰত সোমাল আৰু চাহ একাপ বনাই লৈ বিছনাখনত আউজি আৰামকৈ বহি ল'লে। ভাৰাঘৰ বুলিবলৈ দুটা কমৰ কোঠাতে সি একুৰিয়ামত থোৱা মাছৰ দৰে ইফাল-সিফাল কৰি থাকে। অবিবাহিত, সংঘাতপূৰ্ণ জীৱন এটাত ইয়াতকৈ বেছি সুবিধা বিচৰা মানে বিলাসিতা কৰা হ'ব। গাঁৱৰ ঘৰখনৰ কিবা এটা থান থিত লাগক বুলিয়ে কি কষ্টৰ মাজেৰে জীয়াই থাকিবলৈ শিকিছে। বয়সৰ বিৰুদ্ধে যুঁজ দি সি বিয়াখন নপতাকৈ আছে। আৰু সেই কাৰণেই বোধহয় উৰ্মিমালা দত্ত নামৰ ছোৱালীজনী, তাৰ ভাল লগা, আপোন আপোন যেন লগা ছোৱালীজনীক এদিনো এবাৰো সি কোৱাৰ সাহস গোটাব নোৱাৰিলে— 'তোমাক মই ভাল পাওঁ উৰ্মি, আই ৰিয়েলি লাভ ইউ।'

ছিঃ, তাৰ হঠাতে আজি কি হ'ল? এইবোৰ সি কি ভাবিছে? চাহৰ কাপটো টেব্‌লত থৈ গাৰুটো চপাই আনি মূৰৰ তলত লৈ অলকেশে বিছনাত দীঘল দিলে। সন্ধিয়া হওঁ হওঁ। আন্ধাৰ লাহে লাহে নামি আহিবলৈ লৈছে। লাইটটো নজ্বলোৱাকৈ এনেকুৱা পৰিৱেশত সি অফিচৰ পৰা আহি হাত-ভৰি ধুই প্ৰায়ে অলপ জিৰণি লয়। ভাল লাগে। দিনটোৰ ক্লান্তি, অৱসাদখিনি আঁতৰি যোৱা যেন লাগে। তেনে পৰিৱেশতো সি উৰ্মিমালাৰ সেই মিঠা হাঁহি, মৰম ভৰা চাৱনি আৰু কিবাকিবিৰ কথা মনত পেলাব পাৰিলেহেঁতেন। দীঘলীয়া ৰে'ল ভ্ৰমণত কাষৰ ছিটত বহি অহা যাত্ৰীজনৰ দৰেই আপোন আপোন যেন লগা,

অথচ যাত্ৰাৰ অন্তত সকলো স্মৃতি মচ খাই যোৱাৰ দৰেই উৰ্মিমালা দত্ত নামৰ ছোৱালীজনীকো সি পাহৰি পেলাইছিল। আচলতে সময়ৰ কাম সময়ত কৰিব লাগে, ভবা কথাবোৰ ক'ম ক'ম বুলি ভাবি থকাজনক সঠিক সময়ত, সঠিক স্থানত ক'ব পাৰিব লাগে। কিন্তু সি নোৱাৰিলে। তাৰ যৌৱনৰ দুৱাৰডলিত প্ৰথম খোজটো উৰ্মিয়ে ৰাখিছিল, সি আদৰিবলৈ অপাৰগ হ'ল। এদিন তাই আন কাৰোবাৰ দুৱাৰেৰে প্ৰৱেশ কৰিলে আৰু তাৰ দুৱাৰখন চিৰদিনৰ বাবে বন্ধ হৈ গ'ল। যিদিনা তাই দুৱাৰ খুলি ওলাল উৰ্মিমালা দত্ত হাজৰিকা হৈ গ'ল।

কেতিয়া লগ পাইছিল জানো তাইক। হয়, তাৰ ভুল হোৱা নাই। কলেজ সপ্তাহৰ সাহিত্য প্ৰতিযোগিতাত বিশিষ্ট অতিথিৰ হাতৰ পৰা পুৰস্কাৰ লোৱা সৰু মৰমলগা ছোৱালীজনীয়ে আছিল উৰ্মিমালা দত্ত। অলকেশ তেতিয়া ডিগ্ৰী ফাইনেল ইয়েৰৰ ছাত্ৰ, উৰ্মিমালাই কলেজত নতুনকৈ ভৰি দিছে। প্ৰথমতে সিয়ে তাৰ পৰিচয়টো দিছিল। তাইৰ মাতটো, কথাবোৰ চুটি চুটি। বিচাৰিলে বহু অৰ্থ উলিয়াব পাৰি। প্ৰথমতে হাই-হেল্লো, তাৰ পিছত ইজনে সিজনক দিনটোত এবাৰ হ'লেও লগ পোৱাৰ এক প্ৰবল ইচ্ছা। সি তাইৰ প্ৰেমত পৰিছিল নে কিবা এক আৱেগত মোহাচ্ছন্ন হৈ পৰিছিল, অলকেশে ক'ব পৰা নাছিল।

'দুটামান বৰ দৰকাৰী বস্তু কিনিব লাগিছিল। ফাঁচীবজাৰলৈ যাবা অলকেশ দা'-উৰ্মিয়ে ক'বহে লাগে, সি কাহানিও না কৰিব নোৱাৰিছিল। বজাৰৰ পৰা ঘূৰি আহোঁতে পাণবজাৰৰ পিকাডিলিত বহি চিকেন-বিৰিয়ানি খাওঁতে সিহঁতে সময়বোৰ পাৰ কৰিছিল নে সময়ে সিহঁতক নিৰলে এচুকত এৰি থৈ গুচি গৈছিল, দুয়ো ক'ব পৰা নাছিল। কিতাপ পঢ়া, চুৰ চুৰিয়াকৈ সাহিত্য চৰ্চা কৰাৰ উপৰি সৰুৰে পৰা অলকেশৰ গান গোৱাৰ চখ এটাও আছিল। বায়েকৰ লগত থাকি পঢ়া-শুনা কৰিছিল উৰ্মিয়ে। বায়েকে চাকৰি কৰে। সৰু ভায়েক এটা আছে। গাঁৱৰ ঘৰত থাকে। মাক-বাপেকৰ লগত। স্কুলত পঢ়ি আছে। উৰ্মিৰ বিষয়ে মোটামুটিভাৱে এইখিনি পৰিচয় পাইছিল অলকেশে।

'মই তোমাৰ কথা বাইদেউক কৈছোঁ। যাওঁ ব'লানা আমাৰ তালৈ। বাইদেউ ঘৰতে আছে। আজি তোমাৰ গান শুনিম।'

সৰু ড্ৰয়িংৰুমটোৰ বিছনাখনৰ ওপৰতে থকা হাৰমনিয়ামটো তাৰ ফালে ঠেলি দি বিছনাখনৰ আনটো মূৰত বহি উৰ্মিয়ে তাৰ ফালে চাই থাকে। সি হাৰমনিয়ামৰ পৰ্দাত আঙুলি বুলাই কয়— 'আগতে তুমি শুনাব লাগিব, মই পিছত শুনাম।

ৰৰ মিঠা কণ্ঠেৰে তাই গুণগুণাইছিল তাইৰ প্ৰিয় গীতৰ কলি। ক'ৰবাত পাহৰিলে সি মনত পেলাই দিছিল। একপ্ৰকাৰে জঁপিয়াই উঠি উৰ্মিয়ে কৈছিল— 'বাপৰে, তোমাৰ ইমান মনত থাকে, মানিছোঁ দেই।'

'ষ্টেটিছটিক্‌ছৰ ফৰ্মূলাহে মনত নাথাকে, গান মনত ৰখা সহজ। ই হৃদয়ৰ উপলব্ধিৰ বস্তু।'— সি হাঁহি হাঁহি কৈছিল। গান, কবিতা, শ্বায়েৰী, চাহ-পকৰাৰ মাজেৰে বহু সন্ধিয়া সিহঁতে এখন অচিন পৃথিৱীত বিচৰণ কৰিছিল। অলকেশৰ কেতিয়াবা এনে ভাব হৈছিল, হাৰমনিয়ামৰ পৰ্দাৰ ওপৰেদি বাগৰি যোৱা তাৰ আঙুলিকেইটাৰ মাজেদি উৰ্মিয়ে যেন তাৰ বিষয়ে এখন উপন্যাস পঢ়িবলৈ আৰম্ভ কৰিছে আৰু তাৰে প্ৰস্তাৱনা অধ্যায়টো ইতিমধ্যে পঢ়া শেষ হৈ গৈছে।

'কি অ' অলকেশ, ডিগ্ৰীটো আগে ভাগে হ'ব নে লাইচেঞ্চখন আগে ল'বি?' উৰ্মিৰ লগত বাঢ়ি যোৱা হলিগলি দেখি বেদান্ত, মনোজ, প্ৰীতমহঁতে প্ৰায়ে তাক জোকাবলৈ লৈছিল।

'ধেৎ, সেইবোৰ একো নাই অ'। তাই বৰ সৰু ছোৱালী। মৰম লাগে, অলপ মৰম কৰোঁ, বস্‌ ইমানেই।'

'প্ৰেমৰ আৰম্ভণি এনেকৈয়ে হয় দোস্ত। ভাল লাগি যোৱা, মৰম লগা, প্ৰেম, বিবাহ— এইবোৰ একেখন পৰিকল্পনাৰে একো একোটা স্তৰ। আই মিন ষ্টেপ। তই পৰিকল্পনাৰ খচৰা প্ৰস্তুত কৰা দেখিছে কৈছোঁ। মনত যি আছে ক'ব লাগে। ক'ব পাৰিব লাগে। বোজা পাতল হয়, মনটো মুকলি হয়; বুজিছ।'— বেদান্তই তাহানিতে তাক কথাবোৰ কৈছিল।

কিন্তু সি কি ক'ব? ক'বলৈ আছেনো কি? উৰ্মিক তাৰ ভাল লাগিছিল।

আন ছোৱালীবোৰৰ দৰে নহয়। অলপ বেলেগ। সেই ভাল লগাখিনিয়ে ইজনে সিজনক এৰিব নোৱাৰা পৰ্যায় এটা নিশ্চয় নাপালে। পোৱাহেঁতেন উৰ্মিমালা দত্ত হাজৰিকা নহৈ কাকতি হৈ তাৰ সৈতে একেটা ৰাস্তাতে খোজ থ'লেহেঁতেন। ভুলটো তাৰেই আছিল। ডিগ্ৰীটো লোৱাৰ পিছতে উৰ্মিক লগ পোৱাৰ সময়-সুবিধা তাৰ বাবে কমি গৈছিল। চাকৰি এটাৰ সন্ধানত সি ইফালে সিফালে ঘূৰি ফুৰা, কম্পিউটাৰ ক্লাছ, গাঁৱৰ ঘৰলৈ যোৱা— এক দীঘলীয়া দায়িত্বৰ শৃংখলা। চাওঁতে চাওঁতে এদিন উৰ্মিৰ বায়েকৰ বিয়া হৈ গ'ল। তায়ো ডিগ্ৰী পৰীক্ষা দি ঘৰলৈ গ'ল। কোম্পানীৰ চাকৰি এটা পাই অলকেশ দুবছৰমান যোৰহাট, ডিব্ৰুগড়ত থাকি শেষত পুনৰ গুৱাহাটীৰ অফিচলৈ প্ৰমোচন পাই গুচি আহিল। এই সময়ছোৱাত উৰ্মিমালা দত্ত নামৰ ছোৱালীজনীক লাইচেঞ্চ ৰিনিউ কৰাৰ দৰে পুনৰবাৰ তাৰ জীৱনলৈ, মনৰ মাজলৈ ওভোটাই অনাৰ কথা অলকেশে এপলকো ভাবিব নোৱাৰিলে।

আজি চিনেমাখন চাবলৈ বেদান্তই তাক লগ ধৰিছিল। সিও গুৱাহাটীতে থাকি সৰু-সুৰা ব্যৱসায় কৰি আছে। ইটা-বালিৰ ছাপ্লাই দিয়ে। টিনৰ আলমীৰা, টেবুল, বুক ছেল্‌ফ আদি বনোৱা দোকান এখনো খুলিছে নাৰেংগীৰ ফালে। চিনেমা চোৱাৰ পুৰণি চখটো এতিয়াও যোৱা নাই। অলকেশৰ দৰেই এতিয়াও সি সংগীহীন, উদাসীন পথিক।

চিনেমাখনৰ বিষয়বস্তু, হিৰো-হিৰোইন, সংগীত, জনপ্ৰিয়তা এইবোৰ একো বিচাৰ নকৰাকৈয়ে দুয়ো চিনেমাহলত সোমাইছিল। চানা, মিঠাপাণ, গল্প-গুজৱ, দুটা এটা কমেন্ট— এনেদৰেই সময়খিনি পাৰ হৈ গৈছিল। দুয়ো ওলাই আহি গেটখন পাই ৰাস্তাটো পাৰ হ'ব খোজোতেই পিছফালৰ পৰা চিনাকি কণ্ঠেৰে অলকেশক কোনোবাই মাত দিছিল— 'হেই অলকেশ দা।'

সি ঘূৰি চাই দেখিছিল পাতল ক্ৰিম ৰঙৰ শাড়ী পৰিহিতা এগৰাকী নাৰী। কাষত এজন সুন্দৰ-সুঠাম পুৰুষ। তেওঁৰ কোলাত দুই-তিনি বছৰীয়া এটি শিশু।

'আচৰিত হৈছা নহয়? মই উৰ্মি, উৰ্মিমালা দত্ত ওৰফে মিছেছ উৰ্মিমালা

হাজৰিকা।'

নাই, বিশেষ একো পৰিবৰ্তন হোৱা নাই। সেই একেই চঞ্চলতা, স্মাৰ্টনেছ। বৰং কপালৰ দগ্‌মগীয়া সেন্দুৰৰ ফোঁটটিৰে, শাৰীখনৰ ৰংটোৰে, অকণমান মঙহাল হোৱা শৰীৰটোৰে তাইক অদ্ভুত ধুনীয়া লাগিছে।

'উৰ্মি, তুমি ইয়াত এনেদৰে? গুৱাহাটীত আছা বুলি মই ভাবিবই পৰা নাছিলো।' অলকেশে কি ক'ব কি নক'ব একো থিৰাং কৰিব নোৱাৰি কেবাটাও প্ৰশ্ন একেলগে কৰি দিলে।

'নাভাবিবাতো। আমালৈ ভাবিবলৈ সময় পালেহে। অ' ৰ'বা, চিনাকি কৰি দিয়াই নাই নহয়, এয়া মোৰ মিষ্টাৰ অপূৰ্ব হাজৰিকা। ষ্টেট বেংকত কাম কৰে। আৰু তোমাক যে কৈ থাকোঁ— এয়াই গায়ক, লেখক মিষ্টাৰ অলকেশ কাকতি।'— উৰ্মিয়ে কৈ গ'ল।

নমস্কাৰৰ আদান-প্ৰদান হ'ল। তেওঁলোকে ভাৰাঘৰত থাকে। নাৰিকলবাৰীত। দুই নম্বৰ বাইলেনৰ সোঁফালে তিনি নম্বৰ ঘৰটো। কাৰো ৰোৱাৰ সময় নাই। ল'ৰাটোৰ ফালে চাই এৰা-এৰি হোৱাৰ পৰত উৰ্মিয়ে আকৌ ক'লে— 'আমাৰ ল'ৰা অম্লান। বাবাতু। এয়া তোমাৰ মামা। নমস্কাৰ দিয়া।'

'নমস্কাৰ মামা'— ল'ৰাটোৱে কোমল মাতেৰে তাৰ সৰু হাত দুখন চপাই লৈ নমস্কাৰ দিলে।

'আহিবানা কেতিয়াবা। তোমাক হঠাতে লগ পাই ইমান ভাল লাগিছে। বন্ধবাৰত, নহ'লে দেওবাৰে আহিবা। ভাত খোৱাকে। নাহিলে চাবা কিন্তু।'

মটৰ চাইকেলখনত উঠি সিহঁতে বিদায় ল'লে। অলকেশে কিমান পৰ সিহঁত যোৱাৰ ফালে চাই আছিল ক'ব নোৱাৰে। বেদান্তই খুন্দা এটা মাৰি দিয়াতহে সম্বিৎ ঘূৰাই পোৱাৰ দৰে হ'ল। দুয়ো চিটিবাছত নুঠি খোজ কাঢ়িয়েই কিছুদূৰ আহিল। অনুৰাধাৰ পৰা চান্‌মাৰি পাই ইজনে সিজনক এৰাৰ আগে আগে বেদান্তই তাক ধেমালি কৰিলে—

'হ'ব লাগিছিল দেউতা, হ'লি মামা। সময়ৰ কাম সময়ত নকৰিলে মামা,

জেঠা, খুৰাই হ'ব লাগিব।'

'অলকেশ দা, দুৱাৰ-খিৰিকী বন্ধ নকৰাকৈ আন্ধাৰে-মুন্ধাৰে কি কৰি আছে? শুইছিল নেকি? অথনিৰে পৰা মাতি আছোঁ। খবৰেই নাই।'

ধহ্‌মহ্‌কৈ সপোন দেখা মানুহৰ দৰে অলকেশে বিছনাত বহিল। লাইটৰ ছুইচটো টিপি দি সি দেখিলে— সন্মুখত মৌচুমী। ভাৰাঘৰৰ মালিকৰ ছোৱালী। সি পাহৰিছিলেই। ৰাতিপুৱাতে তাই অলকেশক কৈ থৈছিল তাইৰ হেনো তাৰ লগত এটা বিশেষ কথা আছে। এজনী এম. এ. পাছ্ কৰা, চাকৰিৰ সন্ধানত বহি থকা, প্ৰায়ে অলকেশক ইটো-সিটো কামৰ অজুহাত লৈ লগ ধৰা, বিয়াৰ কথা-বতৰা চলি থকা, তাইৰ পছন্দৰ মানুহজন হেন হ'ব লাগিব, তেন হ'ব লাগিব বুলি মুখ আৰু চকুৰে বহু কথা কোৱা এজনী গাভৰুৰ এজন অবিবাহিত ডেকাৰ সৈতে বাৰু কি বিশেষ কথা থাকিব পাৰে। অলকেশে হঠাতে এটা সিদ্ধান্ত লৈ পেলালে, মৌচুমীয়ে আজি যি ক'ব সি তাকেই কৰিব। এই মুহূৰ্তত এইটোৱে হ'ব সঠিক কাম।

'তুমি অকণমান বহাচোন। মই মুখ-হাতখিনি ধুই লৈছোঁ।' মৌচুমীক বহিবলৈ ইংগিত দি অলকেশে গামোচাখন হাতত লৈ বাথৰুমত সোমাল।

---

# ভূঁইকঁপ

এহাতে মহেন্দ্ৰ দত্তৰ কেঁকোৰা নলীয়া ছাতিটো আৰু আনখন হাতত কেৰা ঠাইতো ফাট মেলা পুৰণি চামৰাৰ বেগটো লৈ ৰাধাকান্ত দত্তই অফিচলৈ বুলি খোজ ল'লে। জু-ৰোডৰ জোনালীপথৰ ভাবাঘৰটোৰ পৰা দিছপুৰৰ অফিচলৈ তেওঁ ৰ'দে-বৰষুণে সাধাৰণতে খোজ কাঢ়িয়ে যায়। পেডেলত ভৰি দিলেই অষ্টম ৰাগিণীত সুৰধ্বনি আৰম্ভ কৰা প্ৰায় কুৰি বছৰ আগৰ চাইকেলখন তেওঁ অফিচলৈ নিনিয়ে। আৰু এতিয়া চাইকেলত উঠা বয়সো পৰি আহিল। ইমাৰজেন্সি হ'লে কেতিয়াবা বজাৰ কৰিবলৈ তেওঁ সেইখন উলিয়ায়। চাইকেলখন সলনি কৰা বা যন্ত্ৰ চালিত দুচকীয়া এখন লোৱাৰ সামৰ্থ ৰাধাকান্তৰ নহ'ল। এইটো বয়সত এনেদৰে খোজকাঢ়ি যোৱা দেখিলে মানুহবোৰে তেওঁৰ বিষয়ে কিবা কিবি মন্তব্য নকৰা নহয়। তেওঁ সকলো কথা হাঁহি হাঁহি হজম কৰি থয়। ৰাধাকান্তই বহুত কথা ক'ব পাৰে। ক'ব কাক, শুনিব কোনে? গোটেই পৃথিৱীখনেই যেতিয়া এটা দিশত গতি কৰে, আনটো দিশত অৱস্থান কৰা কিমান যে কষ্টকৰ, ৰাধাকান্তই ভালদৰে বুজে। চিটিবাছত তেওঁ নুঠে। ওলমি যোৱাৰ বাহুবল বা ভিতৰত হেঁচি-ঠেলি প্ৰৱেশ

কৰাৰ ডেকাতেজ তেওঁৰ এতিয়া নাই। চৰকাৰৰ বৰবাবু এজনে দৰমহাৰ পইচা কেইটাৰে ঘৰভাৰা দি, পাঁচজনীয়া পৰিয়াল এটা পোহপাল দিয়াৰ পিছত ৰিক্সাত উঠাৰ বিলাসিতাও কৰিব নোৱাৰে। গতিকে ৰেডিঅ'ত ৰাতিপুৱা গীতিমালিকাৰ গীত বাজি থাকোঁতে তেওঁ ততাতৈয়াকৈ গাটো তিয়াই ভাতৰ টেবুলত বহে। আঞ্চলিক বাতৰিটো শেষ হোৱাৰ লগে লগে বঁটাৰ পৰা তামোলখন মুখত ভৰায় আৰু ৰ'দ-বৰষুণৰ সাৰথি ছাতিটো , দৰকাৰী কাগজ-পত্ৰৰ বেগটো আৰু বেগৰ ভিতৰত আলু-পিয়াঁজ, বিস্কুট-চেনি আদি কঢ়িওৱাৰ দায়িত্ব লোৱা কাপোৰৰ দীঘল মোনাটো সোমাই লৈ 'হেৰা, মই আহিলো' বুলি ৰাস্তাত খোজ পেলায়।

সৌ তাহানিতে অঞ্জন, ৰঞ্জন আৰু ৰূপাৰ মাক তেওঁৰ জীৱনলৈ অহাৰ কেই বছৰমান পূৰ্বে যিটো আদৰ্শ, যিটো মন লৈ ৰাধাকান্তই চাকৰিত জইন কৰিছিল, এতিয়া অৱসৰ লওঁ লওঁ অৱস্থাটো তেওঁ মনৰ খুটিটো বহু কষ্ট, বহু ত্যাগৰ মাজেদি অলৰ-অচৰ কৰি ধৰি ৰাখিছে। ৰাধাকান্তই ভাবিছিল, গোজ কাটিছে যেতিয়া জেওৰাখন লাহে লাহে হৈ থাকিব। কিন্তু নহ'ল। নতুন জেওৰা এখন তেওঁ দিব নোৱাৰিলে। বৰং পুৰণিখনৰে ঠায়ে ঠায়ে ফুটাবোৰ ডাঙৰ হ'ল আৰু সেই ফুটাইদি কোনোবা এদিনাখন ডাঙৰ ল'ৰা অঞ্জন তেওঁৰ অজ্ঞাতে ওলাই গ'ল। যি গ'ল, সি আৰু উভতি নাহিল। সেয়া এবছৰমান আগৰ কথা। ৰাধাকান্তই প্ৰথমতে কথাটো সহজ ভাবেই লৈছিল। বেকাৰ ল'ৰা, ক'তো একো সুবিধা কৰিব পৰা নাই। গৈছে চাগে কোনোবা বন্ধুৰ ঘৰলৈ, পেহীয়েক, মামাকহঁতৰ তালৈ। পিছে নাই। সকলোৰে পৰা যেতিয়া খবৰ আহিল, দিনবোৰ পাৰ হৈ লাহে লাহে যেতিয়া মাহত পৰিণত হ'ল, ৰাধাকান্তৰো সমাজৰ দহজনে কোৱা কথাত বিশ্বাসৰ ভেটিটো আৰু দৃঢ় হ'ল যেতিয়া যোৱা নিশা তেওঁৰ ঘৰৰ দুৱাৰত পৰা পুলিচ-মিলিটেৰীৰ লাঠী-বন্দুকৰ কোবত টোপনি ভাঙিল। নিৰ্বিচাৰে সিহঁতে ঘৰৰ ভিতৰ সোমাই বস্তু-বাহানি লণ্ড-ভণ্ড কৰিলে। কাগজ, বন্দুক, টকা-পইচা তেওঁৰ ল'ৰাই সেইবোৰ আনি ঘৰত সোমাই থ'ব! পুলিচে বাৰু ইমানখিনি কেনেকৈ ভাবিব

পাৰিলে? নাই, সিহঁতে একোৱেই নাপালে। দি থৈ গ'ল অশ্ৰাব্য গালি-গালাজ, লাঠী-বন্দুকৰ খুন্দা, কেইটিমান কাঢ়া নিৰ্দেশ। ৰাধাকান্তৰ সৰ্বসত্ত্বা জোকাৰি গ'ল। দুৱাৰত পৰা কোব কেইটা তেওঁৰ বুকুত কোনোবাখিনিত পৰা যেন লাগিল।

কথাবোৰ ভাবি ভাবি ৰাধাকান্ত যেতিয়া অফিচ গৈ পায়, ঘড়ীত দহ বাজিবলৈ পাঁচ মিনিট বাকী। চকীদাৰ ধনীৰামে দুৱাৰ খিৰিকীবোৰ খুলি টেবুল-চকীৰ ধূলি বালিবোৰ জোকাৰি থাকোঁতেই ৰাধাকান্ত গৈ ওচৰত থিয় হ'ল।

'ছাৰ, আজি অলপ সোনকালে আহিলে দেখোন। ৰ'ব, ৰ'ব। মই চকীখন মচি দিছো। বতৰটোও বৰ বেয়া নহয়! ৰৰখুণ নাই যে নায়েই। গোটেইখন ধূলিৰে ভৰিছে। অলপ আঁতৰি দিবচোন।'

কথাখিনি কৈ কৈ ধনীৰামে নিজৰ কামখিনি কৰি গ'ল। তেতিয়ালৈ অফিচত তৃতীয় প্ৰাণী এটাৰ প্ৰবেশ ঘটা নাই। ফেনৰ চুইচটো অন কৰি, অলপ কম স্পীডত ৰেগুলেটৰটো পকাই দি চকীখনত বহি ৰাধাকান্তই ক'লে— 'ধনী, পানী এগিলাচ দিবাচোন। আৰু আজিৰ কাগজ কেইখন ক'ত আছে আনিবাচোন। ঘৰত পঢ়াই নহ'ল হে।'

ধনীৰামে আনি দিয়া বাতৰি কাকত দুখনত চকু ফুৰাই ৰাধাকান্তই পাতপাতকৈ বিচাৰি চালে। নাই, কালি নিশা তেওঁৰ ঘৰত হৈ যোৱা খবৰটো ক'তো ছপা হোৱা নাই। তেওঁ ক্ষন্তেকৰ বাবে হ'লেও স্বস্তিৰ নিশ্বাস এটা পেলালে। বাতৰি কাকতখনত আৰু ক'ত কি ছপা হৈছে তেওঁৰ চোৱাৰ ধৈৰ্য নহ'ল। নিশ্চয় সেই একেবোৰ খবৰেই আছে— পুলিচৰ গুলীত দুজন উগ্ৰপন্থী নিহত, নাবালিকা ধৰ্ষণ, বাছ লুটি খাই দহজনৰ মৃত্যু, গ্ৰামোন্নয়নত লুণ্ঠন, জে'লৰ পৰা কয়দীৰ পলায়ন, শাসক দলৰ সংখ্যালঘূ ৰাজনীতি.......।

পানী গিলাচ ঘট্‌ঘট্‌কৈ ডিঙিত বাকি দি তেওঁ চকীখনত মূৰটো হলাই

চকু দুটা জোৰকৈ মুদি দিলে। আজি ওলোৱা নাই। কিন্তু এনেবোৰ খবৰ লুকাই নাথাকে। ওলাব। তেতিয়া তেওঁ ইমান দিনে সন্তানক মানুহ কৰা আদৰ্শৰ কথা কাক ক'ব, কি গৌৰৱ লৈ তেওঁ চকীখনত বহিব? ৰাধাকান্তৰ মূৰটো গৰম হৈ অহা যেন লাগিল। তেওঁ অফিচৰ চকীবোৰৰ ফালে চালে। প্ৰায়বোৰ খালী। আজি শাৰদীয় ষষ্ঠী পূজা। মানুহৰ গাত পূজা লাগিছে। মহন্ত আৰু শইকীয়াক দেখা যেন লাগিল। চহীটো কৰি গ'লেই চাগে।' ডাইৰেক্টৰ ছুটীত আছে। কওঁতা কোনো নাই। পিয়ন দুজনে চাধা মাৰি মাৰি পূজাৰ বজাৰৰ ভিৰৰ কথা পাতিছে।

ঠিকেইতো আছিল। ল'ৰা দুটা আৰু ছোৱালীজনীৰ ওচৰত কোনো আদৰ্শৰ বক্তৃতা নিদিলেও সিহঁতে ঠিক ৰাস্তাৰেই গৈ আছিল। অৱশ্যে সহধৰ্মিনী চাৰুলতাই! পোনালৈ মোৰ বৰ ভয় হৈছে। ঘৰত নাথাকেই। ক'ত কি কৰি ঘূৰি ফুৰে ভগৱানেহে জানে। চাকৰি বাকৰি এটাও যোগাৰ নহ'ল।'

অঞ্জনৰ বাবে চাকৰি এটা যোগাৰ কৰি দিয়াৰ সামৰ্থ ৰাধাকান্তৰ নহ'ল। কি আছিল জানো তাৰ নামটো? মনত পৰিছে, ইঞ্জিনিয়াৰ জীৱন হাজৰিকাৰ পুত্ৰ ৰত্নদ্বীপ। ৰত্ন আৰু অঞ্জন একেলগে পঢ়া। দুয়ো বন্ধু। ঘৰলৈ সঘনে আহ-যাহ চলে। অঞ্জন সদায় পঢ়াত আগ। দুয়ো একেলগে এ.চি.এচ. দিলে। পৰীক্ষা বেছি ভাল হৈছিল অঞ্জনৰ, কিন্তু ডি.টি.অ.' হ'ল ৰত্নদ্বীপ। ইঞ্জিনিয়াৰ হাজৰিকাৰ দৰে চাকৰিটোৰ বাবে ৰাধাকান্তই তিনি-চাৰি লাখ টকা গোটাব নোৱাৰিলে। ৰত্নদ্বীপে অফিচত জইন কৰিয়ে ৰত্ন বুটলিব আৰম্ভ কৰিলে। তাৰ পিছতেই অঞ্জনৰ কিবা এটা হ'ল। ৰত্নও তাৰ ওচৰলৈ আহিবলৈ এৰিলে। সি মানসিকভাৱে ভাগি পৰিল। এদিন ৰাতি খোৱা টেবুলত একেলগে বহোঁতে ৰাধাকান্তই তাক কিবা এটা ক'ব খুজিছিল। সি গৰ্‌গৰাই উঠিল— 'তুমি মনে মনে থাকা দেউতা। নিজে যিহেতু একো কৰিব নোৱাৰিলা, আদৰ্শ, সততা এইবোৰ কথা মোক নকবা। মই কাৰো বোজা হৈ নাথাকোঁ, কিবা এটা কৰিম, চাই থাকা।'

আৰু শেষত সি সেইটোহে কৰিলে। ছিঃ, ছিঃ। কথাবোৰ কিয় এনেকুৱা হ'ল বাৰু? উত্তৰটো ৰাধাকান্তৰ বাবে শব্দ শৃংখল মিলোৱাৰ দৰে লাগিল। এফালে মিলিলে আনফালে নিমিলে। যিমানে মিলাব খুজিছে তিমানেই কটাকটি বোৰ বাঢ়ি গৈ পাতখিলা ফাটো ফাটো হৈছে, ঠিক তেওঁৰ জীৱনটোৰ দৰেই।

সৰু ল'ৰা ৰঞ্জনৰ বেলিকা তেওঁৰ বিশেষ প্ৰ'ব্লেম হোৱা নাই। কটনৰ পৰা বি.এচ.চি. পাছ কৰি সি কম্পিউটাৰ শিকিলে। ফাৰ্ম এখনত কাম কৰি নিজৰ খা-খৰচখিনি উলিয়াইছে। ৰাধাকান্তৰ বিশ্বাস, সি পাৰিব। আৰু একমাত্ৰ ছোৱালী ৰূপাই এম.এ. পাছ কৰি জুনিয়ৰ কলেজ এখনত সোমাইছে। গান-বাজনা, লেখা-মেলাতো অলপ হাত আছে। হওঁক, কিবা এটাতো কৰিছে। তাইৰ বিয়াৰ বয়স হৈছে। দুটামান খবৰ আহিছিল। অঞ্জন ঘৰৰ পৰা যি ওলাল, তাৰ পিছৰে পৰা খা-খবৰবোৰো তল পৰিল। মানুহবোৰে ভাবিবলৈ ল'লে চাগে তেনে ঘৰৰ ছোৱালী বিয়া কৰোৱা মানে বাটৰ কচু গাত ঘঁহি লোৱা। হওঁ হওঁ হোৱা বিয়াখন দুবাৰো ভাঙি থাকিল। ৰাধাকান্তই এতিয়া ছোৱালীজনীৰ মুখৰ ফালেও ভালদৰে চাব নোৱৰা হ'ল। অঞ্জনৰ দৰে তায়ো কেতিয়াবা তেওঁক কিবা এটা কৈ দিয়ে বুলি এক অজান আশংকাত তেওঁৰ মনটো কোচ-মোচ খাই থাকে।

আৰু পত্নী চাৰুলতা! মানুহজনীৰ গা মুঠেই ভালে নাথাকে। অনবৰত মনটো মৰা। কেতিয়াবা প্ৰচণ্ড মূৰৰ বিষ উঠি দুই-তিনিদিন ধৰি বিছনাত পৰি থাকে। ডাক্তৰে কৈছে— মাইগ্ৰেণ, বেমাৰটো ষ্ট্ৰেচ্ বিলেটেড। টেনচন ল'ব নালাগে, সব ঠিক হৈ যাব। নিজৰ পেটৰ পোৱালি এটা ঘৰৰ পৰা ওলাই ক'ৰবাত জংঘলত থাকিব, বন্দুক-বাৰুদৰ সৈতে খেলা কৰি থাকিব আৰু এদিন হয়তো বাতৰি কাকতত খবৰ এটা ছপা হ'ব— পুলিচৰ সৈতে গুলীয়াগুলীত এজন সন্ত্ৰাসবাদী নিহত। নাম.......। ইমানৰ পিছতো চাৰুলতাই টেন্‌চন নোলোৱাকৈ থাকিব? অসহ্য হৈ তেওঁ কেতিয়াবা ৰাধাকান্তক কয়—'আপুনি বাপেকটো হৈ কি কৰি আছে, তাক ঘূৰাই

আনিবলৈ কিবা এটা কৰক।'

কি কৰিব পাৰে ৰাধাকান্তই? বৰ বেছি বাতৰি কাকতত এটা গোঁহাৰি প্ৰচাৰ কৰিব পাৰে। তাতকৈ যদি তেওঁ ক'ব পাৰিলেহেঁতেন— 'তহঁতে ভবা দেশখন স্বাধীন নহ'লেও স্বাধীন মন এটা লৈ জীয়াই থকাৰ সকলো পথ এতিয়াও বন্ধ হৈ যোৱা নাই অ' বোপাই। মোৰ বাবে নহয়, তোৰ মা'ৰ আৰু ভনীয়েৰাৰ বাবেই তই ঘূৰি আহ।' 'ছাৰ, অফিচ ছুটী হ'বৰে হ'ল। আপোনাৰ টোপনি ধৰিছে যেন লাগে। চাহ একাপ খাব নেকি?'

ধনীৰামৰ মাতত ৰাধাকান্তই ধহ্‌মহকৈ চকীখনত পোন হৈ বহিল।

'এহ ক'বই নোৱাৰোঁ হে। কালি ৰাতি টোপনি নহ'ল বুজিছা। চকুযুৰি বাৰে বাৰে জাপ খাব খোজে। বাৰু, আছে যদি একাপ আনা।'

ৰাধাকান্তই চকুদুটা মোহাৰি পুনৰ অফিচৰ চাৰিওফালে দৃষ্টি নিক্ষেপ কৰিলে। নাই, এটা প্ৰাণীও নাই। দাস, বৰুৱা, মেধি, বৰ্মন, শইকীয়া, মহন্ত— কেতিয়া আহিল, কেতিয়া গ'ল তেওঁ গমেই নাপালে। আজি কোনোৱে ফাইল নুখুলিলে। খোলাহেঁতেন চহীৰ বাবে তেওঁৰ ওচৰলৈ উত্তম বা বিচিত্ৰ কোনোবা এজনে ফাইল লৈ আহিলেহেঁতেন।

চাহ একাপৰ বাবে বাট চাই ৰাধাকান্তই পুনৰ সন্মুখত পৰি থকা বাতৰি কাকতখনত এনেয়ে এবাৰ চকু ফুৰালে। 'সমগ্ৰ দেশতে চি.বি.আই.ৰ তালাচী, কোটি কোটি টকাৰ সম্পত্তি জব্দ।' ইমান ডাঙৰ খবৰ এটা তেওঁৰ চকুত কিয় পৰা নাছিল জানো। চশমাযোৰ ৰুমালৰ আগেৰে মচি ঠিক ঠাইত বহাই লৈ তেওঁ বাতৰিটো এফালৰ পৰা পঢ়ি গ'ল। কৰ বিষয়া, পুলিচৰ উচ্চ পদস্থ বিষয়া, কমিছনাৰ, চেক্ৰেটাৰী, আবকাৰী বিভাগৰ চুপাৰিন্‌টেণ্ডেন্ট— এখন দীঘলীয়া তালিকা। এই খবৰবোৰে সেই মানুহবোৰক চুৰেনে? তেওঁৰ অফিচৰে মুননী বৰুৱাই চাৰি মহলীয়া ঘৰটো কিদৰে বান্ধিলে, দেৱব্ৰত মেধিৰ নাইট চুপাৰ দুখন কেনেকৈ আহিল, বিল চেক্‌চনৰ কেৰাণী ৰতন মজুমদাৰে দুখনকৈ গাড়ী আৰু গুৱাহাটীৰ দুঠাইত কিদৰে মাটি-ঘৰ কৰিলে, এনে বহু

কথাৰ, বহু ঘটনাৰ সাক্ষী ৰাধাকান্ত। ক'তা, তেওঁলোকৰতো কোনোদিনে কোনোধৰণৰ অসুবিধাৰ সৃষ্টি হোৱা নাই।

ৰাধাকান্তই এইবাৰ জংঘললৈ গুচি যোৱা ল'ৰাবোৰ আৰু এই বিষয়াবোৰৰ মাজত এটা সম্পৰ্ক স্থাপন কৰিবলৈ যত্ন কৰিলে। মানুহ মাৰি, টকা-পইচা লুটি এখন স্বাধীন দেশৰ সপোন দেখিছে সিহঁতে। আৰু এই বৰ বৰ মানুহবোৰে স্বাধীন দেশ এখনত থাকি এন্দুৰৰ দৰে গাত খান্দি খান্দি মানুহক ঠগিছে, দেশখন লুটিছে। পাৰ্থক্যটো কোনখিনিত ৰাধাকান্তই ঠিক ধৰিব নোৱাৰিলে।

ধনীৰামৰ চাহ অনা নহ'ল। সি উধাতু খাই দৌৰি আহিল—

'ছাৰ, ভূঁইকঁপ, ভূঁইকঁপ— কৃষ্ণ কৃষ্ণ, হৰি হৰি, দেখিছেনে গোটেইখন কেনেদৰে কঁপাই গ'ল।'

ৰাধাকান্তই অলপ পৰ মনে মনে থাকিল। জোকাৰণিটো বন্ধ হোৱাৰ লগে লগে তেওঁ চকীৰ পৰা উঠিল আৰু ধনীৰামক ক'লে— 'বুজিছা ধনী, ভূঁইকঁপ এটা হোৱা ভাল। ডাঙৰ ভূঁইকঁপ এটা সোনকালেই হোৱা উচিত। অসমানবোৰ সমান হয়েই কিজানি।'

কথাখিনি কৈয়েই ছাতি আৰু বেগটো হাতত লৈ তেওঁ অফিচৰ পৰা ওলাই ৰাস্তাত খোজ ধৰিলে। বুজা নুবুজাৰ আলি দোমোজাত ধনীৰামে কিছুপৰ ভেবা লাগি তেওঁলৈ চাই ৰ'ল।

---

# বীজাণু

'বি.এচ.চি.' বোলা শব্দটো নামৰ শেষত সসন্মানে লৈ 'চাকৰি' নামৰ তিনিটা আখৰৰ দেৱদুৰ্লভ বস্তুটো পাবলৈ সম্পূৰ্ণ তিনিটা বছৰ মই একপ্ৰকাৰ মৰণাৰ গৰু ঘূৰাদি ঘূৰি আছিলো। তিনিটা বছৰৰ হিচাপ-নিকাচ এখন কৰি দেখিলোঁ— এই সময়ছোৱাত বাতৰি কাকত, পোষ্টেল অৰ্ডাৰ, ট্ৰেজেৰি চালান, ডাকটিকট আৰু ইণ্টাৰভিউ–– এই বস্তু কেইটাৰ লগত মোৰ দুযোৰ চেণ্ডেল গ'ল, এযোৰ চাৰ্টপেণ্ট ফাটিল আৰু ধান বেচি পোৱা দেউতাৰ টকা কেইশমান গৈ ডাক-তাঁৰ বিভাগ তথা চৰকাৰৰ ভঁৰালত জমা হ'ল। আৰু এইবোৰকে যদি অভিজ্ঞতা বুলি কোৱা হয় তেন্তে মোৰ অভিজ্ঞতাৰ পথাৰখনো ন ন শইচৰে নদন বদন হ'ল।

বহুতে কয়, বৰ্ত্তমান যুগত 'চাকৰি' নামৰ বস্তুটো পাবলৈ হেনো ঘাইকৈ তিনিটা বস্তুৰ প্ৰয়োজন হয়, যথা— টকা, বেকিং অৰ্থাৎ পিছ দুৱাৰৰ চা-চিনাকি আৰু সাংঘাতিক মেৰিট। ইয়াৰে যিকোনো এটা হ'লেই কাম হাচিল। পিছে অকণো থেৰোগেৰো নকৰাকৈ ক'ব পাৰোঁ— প্ৰথমটো বস্তু অৰ্থাৎ টকা মোৰ নাই। হালৰ মুঠিত ধৰি সাত কাল পাৰ কৰা মোৰ দেউতাই চাকৰিৰ

বাবে মোক টকা দিব লাগিলে হাল-গৰুৰ লগতে নিজেও বেচা যাব লাগিব কিজানি। দ্বিতীয়টো, অৰ্থাৎ বেকিঙৰ ঘৰতো মোৰ বাবে এটা মস্ত শূন্য বহি আছে। বহুত বিচাৰ-খোচাৰ কৰাৰ অন্তত এবাৰ দূৰসম্পৰ্কীয় মোমাইদেউ এজন ওলাইছিল। তেওঁ চৰকাৰৰ ঘৰৰ উচ্চ চাকৰিয়াল। কিবা এটা কৰিব পাৰে নেকি খুন্দা এটা তাতো মাৰি চাইছিলো। প্ৰথমতে তেওঁ মোক চিনিয়ে নাপায়। বুজাই কোৱাত মূৰটো দাঙি মোৰ ফালে চাই— 'অ' তুমি ভবানীপুৰৰ মাণিকী বাইৰ ল'ৰা। বহা বহা, আজিকালি এইবোৰ চাকৰি-বাকৰিলৈ মহা সমস্যা হৈছে বুজিছা। তুমি কিমানলৈ পঢ়া বুলি ক'লা— বি.এচ.চি.। তাতকৈ কিবা এটা লাইন-চাইন নপঢ়িলা কিয়হে? সেইবোৰতে বহুত সুবিধা, বুজিছা। টকাই টকা। আমাৰ ঘৰৰ ওচৰতে আছে এজন ওভাৰচিয়েৰ। দৰমহানো কেইটা পায়। ইপিনে তোমাৰ চাকৰিত সোমাবৰ ছমাহে হোৱা নাই, স্কুটাৰ এখন ল'লেই, ঘৰ এটাও ষ্টাৰ্ট দিছে' বুলি একে উশাহতে দীঘলীয়া বক্তৃতাৰে যিটো ইঙ্গিত দাঙি ধৰিলে, মুখ মেলোতেই গৰ্ভ দেখা পালো। গতিকে চাকৰিৰ আশা তিমানতেই এৰি নমস্কাৰ এটা জনাই তেৰাৰ পৰা বিদায় লোৱা হ'ল। তৃতীয় বস্তুটো মানে 'মেৰিট'— সাংঘাতিক নহ'লেও অলপ-চলপ আছিল বুলিয়ে মই ভাবিছিলো। হাইস্কুলৰ দেওনাখন একেটা জাপতে প্ৰথম বিভাগতে সৰকিছিলো। মা-দেউতাৰ লগতে ময়ো মনে মনে ভাবিছিলো পঢ়ি শুনি ডাক্তৰ-ইঞ্জিনিয়াৰ জাতীয় কিবা এটা 'ভাল মানুহ' হ'ম। পিছে ভবা কথা সিদ্ধি নহ'ল। কিয় নহ'ল তাক লিপিবদ্ধ কৰিবলৈ গৈ দ্বিতীয় এজন বেদব্যাস হোৱাৰ হাবিয়াস মোৰ নাই। মুঠ কথা, এক ভয়ংকৰ পাপ চক্ৰৰ মাজেদি চুচৰি বাগৰি গৈ অৱশেষত যেনিবা বি.এচ.চি. বুলি ক'ব পৰা হ'লো। আৰু তাৰ পিছতেই আৰম্ভ হ'ল চাকৰিৰ যুদ্ধ। যুঁজত নামিলো— বহু ইণ্টাৰভিউ বাগৰি গ'ল। প্ৰতিটো ইণ্টাৰভিউ দি উঠি ভাবোঁ এই চাকৰি পাওঁ পাওঁ। পিছে পাম পাম বুলি ভাবি থকা চাকৰিবোৰ যেতিয়া তিনিটা বছৰে নাপালো— মই ভাবিবলৈ বাধ্য হ'লো— তিনি নম্বৰ বস্তুটো অৰ্থাৎ 'মেৰিটো' মোৰ নাই। যুদ্ধত মই ব্যৰ্থ সৈনিকৰ ভাওত অৱতীৰ্ণ হ'লো। মোৰ নিজকে এটা মস্ত

নিস্তেজ, জড় পদাৰ্থ যেন লাগি গ'ল। 'চাকৰি নকৰোঁ' বুলি ভীষ্ম প্ৰতিজ্ঞা এটা মনে মনে কৰিছোঁ। এনেতে চকুত পৰিল এটা বিজ্ঞাপন— স্কুল এখনৰ বাবে বিজ্ঞান আৰু অংক পঢ়াব পৰা এজন বিজ্ঞানৰ স্নাতকৰ প্ৰয়োজন। দৰমহা কমিটিৰ নিৰ্দ্দেশ মতে দিয়া হ'ব। দহ দিনৰ ভিতৰত যোগাযোগ কৰিব লাগে। মনটো পুনৰ পিচলিল। ভাবিলো— ইমান ঘাটত বৰশী পেলালো টোপ এটা ইয়াতো গাঠি দিয়াতনো কি আপত্তি? ঘনকৈ খুটিলে হেনো শিঙৰায়ো মাছ। গতিকে যোগাযোগ কৰিলো। সময়ত ইণ্টাৰভিউলৈ মাতিলে; গ'লো। শাক খোৱা, ভাত খোৱা জাতীয় কথা কেতবোৰ সুধি হঠাতে এজনে প্ৰশ্ন কৰিলে 'আগ্নেয়গিৰি কাক কয়, ইয়াৰ উৎপত্তিৰ কাৰণ কি কি?' মোৰ ক'বৰ মন আছিল— 'আপোনালোকৰ দৰে ইণ্টাৰভিউৰ টেবুলত বহা এচাম লোকৰ বেবেৰিবাং প্ৰশ্নৰ জাউৰিত অতিষ্ঠ হৈ পৰমুখাপেক্ষী কৰি তোলা দেশৰ শিক্ষা ব্যৱস্থাটোৰ ওপৰত বিতুষ্ট হৈ মোৰ দৰে ডেকাচামৰ অন্তৰত থুপ হৈ থকা ক্ষোভবোৰ যেতিয়া খণ্ডত পৰিণত হয়, তেতিয়াই সমাজত এটা আগ্নেয়গিৰিৰ উদ্গীৰণ হয়।' থাওক, এইবোৰ কৈ একো লাভ নাই; নক'লো। ভূগোললৈ ঘূৰি আহি 'পৃথিবীৰ ভূ-গৰ্ভত থকা গলিত ধাতব পদাৰ্থ' বুলি ক'বলৈ আৰম্ভ কৰিছোঁহে মোৰ, চকু মুখ তথা হাতৰ অঙ্গী-ভঙ্গী দেখিয়ে হ'বলা মানুহজনে হা-হা কৈ হাঁহি উঠিল। কি ভয়ংকৰ হাঁহি! হাঁহি হাঁহি যেন মানুহজন চকীখনৰ পৰা পৰি যাব। মুঠতে কেই মিনিটমান সময় কোঠাটো হাঁহিৰ খলকনিৰে ভৰি পৰিল আৰু ঘটনাৰ একো আলু-তালু নুবুজি মই বেঙেমুতা গৰুৰ দৰে সন্মুখত নাৰ্ভাচ হৈ বহি ৰ'লো। পিছে মোক আচৰিত কৰি দি প্ৰশ্ন সোধা মানুহজনে (পিছত তেওঁ মেনেজিং কমিটিৰ সভাপতি বুলি গম পাইছিলো) হাঁহি হাঁহিয়ে ক'লে— 'এওঁ পুৰা মাষ্টৰী লাইনৰ মানুহ। হ'ব হ'ব, তুমি দুই এদিনৰ ভিতৰতে জইন কৰা। পিছে দৰমহাৰ কথাটো জনাই বোধহয়— শক্তি অনুযায়ীহে ভক্তি কৰা হ'ব।'

মনটো ভাল লাগি গ'ল। ক'বৰ মন আছিল— 'পইচা নহ'লেও হ'ব ছাৰ, সমাজত এটা অপদাৰ্থ শিক্ষিত ডেকাল'ৰা হোৱা বদনামটোৰ পৰা যে

হাত সাৰিলো সেয়াই মোৰ বাবে যথেষ্ট।' অৱশেষত এনেদৰেই যেনিবা চাকৰি এটা হ'ল। মানে স্কুলৰ মাষ্টৰী। এইটো আকৌ চাকৰি বুলি ক'বলৈকে লাজেই লাগে। সম্বন্ধীয় জেঠাই এজনে এদিন গাঁৱৰ ঘৰত লগ পাই সুধিলে— 'বাপা মহেশ্বৰ, তইনো আজিকালি ক'ত, কিবা কৰিছ নেকি?' কওঁ নকওঁকৈ ক'লো— 'জেঠাই, আছোঁ দে আৰু যেনেতেনে স্কুল এখনতে মূৰ গুজি।' 'অ' তাৰমানে মাষ্টৰী, মই আকৌ তোক চাকৰি কৰা বুলিহে ভাবিছিলো।' কৈছোঁ নহয়, মই একেবাৰে জোকৰ মুখত চুণ পৰাৰ দৰে হ'লো। ভাগ্যে যেনিবা নক'লো যে মই মূৰ গুজা স্কুলখনেও কোনোমতে মূৰ গুজিছেহে। সৰুতে আমিয়ে গদ্য নে পদ্য এফাকি গাইছিলো— চাইকেলৰ পাংচাৰ, বেমাৰৰ কেন্সাৰ, বস্তুৰ দাম্চাৰ আৰু স্কুলৰ ভেন্চাৰ— এই কেইটা বস্তু হেনো একেটা শাৰীতে পৰে। হ'ব পাৰে। আমাৰ স্কুলখনেও কেন্সাৰ ৰোগীৰ দৰেই কলঢপ্ কলঢপ্ কৈ এই মৰোঁ এই জীও কৈ কিবাকিবি আশা বুকুত বান্ধি লৈ দিনবোৰ পাৰ কৰি আছে। মোৰ দৰে চাকৰিৰ সন্ধানত ঘূৰি ঘূৰি একেবাৰে পৃথিৱীৰ কক্ষপথৰ পৰা বাহিৰ হৈ যাবলৈ মন যোৱা শিক্ষিত ডেকাল'ৰা কেইটামানে 'চাহ-তামোলৰ খৰচ খিনিকে ওলায় যদি ওলাওক' বুলি কিবা এটা ধাৰণা কৰিয়ে হ'বলা উট পক্ষীয়ে বালিত মূৰ গুজা দি ভেন্চাৰ স্কুলত মূৰ গুজিছে। 'কমণ ৰুম' বোলা সৰু কোঠাটোত বহি বহি পাগঘৰৰ পৰা ৰাষ্ট্ৰসংঘলৈকে সমাজনীতি, ৰাজনীতিৰ বক্তৃতা দিছে। কথাৰে নিতে পৃথিৱীখন ওলট পালট কৰি আছে। সঁচা অৰ্থত ক'বলৈ গ'লে— ল'ৰা-ছোৱালীক পঢ়ুৱাই মানুহ কৰাৰ চিন্তা সৰহ ভাগৰ মগজুতে নাই আৰু এই পৰিস্থিতিৰ বাবে কম বেছি পৰিমাণে সমাজৰ প্ৰতিজন ব্যক্তিয়েই দায়ী বুলি ভবাৰ থল আছে।

মই অংক আৰু বিজ্ঞানৰ শিক্ষক। নৱম আৰু দশম শ্ৰেণীত এই বিষয় দুটা পঢ়ুৱাও। ল'ৰা-ছোৱালীবোৰৰ মাজত বৰ 'ষ্ট্ৰীক' মাষ্টৰ বুলি ইতিমধ্যে মই ৰেকৰ্ড স্থাপন কৰিছোঁ। অংক আৰু বিজ্ঞান বিষয় দুটা ইমান উলামূলা মানে ভাত খাওঁতে পানী খোৱা বিধৰ বস্তু নহয়। ইয়াক দস্তুৰমত মগজুৰে

আয়ত্ব কৰি ল'ব লাগিব। ল'ৰাহঁতক মই তাকেই দঢ়াই দঢ়াই কওঁ। মই উপদেশৰ সুৰত কথাবোৰ ক'লে সিহঁতে হা কৈ মুখবোৰ মেলি মোৰ ফালে চাই থাকে। কিবা বুজে নে নুবুজে ক'ব নোৱাৰোঁ। গাখীৰত পানী বা চাউলত শিলগুটি আদি কি অনুপাতত মিহলাই মিশ্ৰিত পদাৰ্থখিনি শতকৰা পঁচিশ ভাগ লাভ লৈ বিক্ৰী কৰিলে ব্যৱসায়ীজনৰ মুঠতে কিমান লাভ হ'ব— এনেধৰণৰ অংকবোৰ বুজালে সিহঁতে ফিচিং ফাচাং কৰিবলৈ আৰম্ভ কৰে। লাভখোৰ ব্যৱসায়ীজনৰ বাঢ়ি অহা পেটটোৰ কথা চিন্তা কৰি বৰ আমোদ পায় কিজানি। আগতে মই সিহঁতক দুই এটা বিজ্ঞানৰ স্বাস্থ্য ৰক্ষাৰ দৰকাৰী পাঠ মুখস্থ মাতিবলৈও দিছিলো। যেনে— স্বাস্থ্য ভালে ৰখাৰ উপায় কি কি? কোন কোন বস্তুত কি কি ধৰণৰ খাদ্যপ্ৰাণ থাকে, শৰীৰত কি কি খাদ্যপ্ৰাণৰ অভাৱ হ'লে কেনে কেনে ধৰণৰ ৰোগৰ বীজাণু বিয়পিব পাৰে ইত্যাদি। মুখস্থ দিব নোৱাৰিলে খঙৰ ভমকত দুই এডাল স্কেলকে ল'ৰাৰ পিঠিত ভাঙিছিলো। বোধহয় ঠিক সেই মুহূৰ্তত ডিগ্ৰী লৈ চাকৰি নোপোৱাৰ ক্ষোভটোৱে মোক এই কাম কৰাত উচটনি দিছিল।

লাহে লাহে মই নিজকে অলপ সংযত কৰাবলৈ যত্ন কৰিলো। ফলত ল'ৰাহঁতেও মোৰ আগৰ 'ষ্ট্ৰীক' উপাধিটোৰ লগত 'সাংঘাতিক ভাল মাষ্টৰ'— জাতীয় শব্দ এটা নতুনকৈ যোগ দিবলৈ ল'লে। কথাবোৰ ভাবিলে কেতিয়াবা মোৰ নিজৰে হাঁহি উঠি যাব খোজে। কাৰণ, আচলতে মই ভাল মাষ্টৰ হোৱাৰ অভিনয়হে সিহঁতৰ আগত কৰি আছোঁ কিজানি! সিহঁতৰ পিঠিত যে মই স্কেল ভাঙিবলৈ এৰিলো, মূৰ্খ, গৰু আদি শব্দবোৰেৰে ধমকনি দিবলৈ বাদ দিলো, তাৰ আচল কাৰণটো সিহঁতে হয়তো নাজানে। সিহঁতৰ অজ্ঞাতেই মই সিহঁতৰ বিষয়ে আৰু বহু কিবাকিবি খবৰ সংগ্ৰহ কৰিবলৈ আৰম্ভ কৰিলো। মই নিজে গাঁৱৰ এজন সাধাৰণ কৃষকৰ ল'ৰা। মোৰ আৰু সিহঁতৰ মাজত ছাত্ৰ আৰু শিক্ষক সম্বন্ধটোৰ বেৰখনৰ বাহিৰে সুখ-দুখ, হাঁহি-কান্দোনৰ কোনো পাৰ্থক্য নাই। এটা সময়ত মই বুজি উঠিলো। মাৰ কিলৰ ভয় দেখুৱাই, দাবী-ধমকনিৰে এইবোৰ ল'ৰা-ছোৱালীক অংক আৰু বিজ্ঞানৰ জটিল পাঠ পঢ়াব পৰা নাযায়।

আচলতে মগজুটো কাকো ঈশ্বৰে লগত দি নপঠিয়ায়। পৰিবেশ তথা উপযুক্ত আপডালৰ মাজতহে মগজুৱে গঢ় লয়। দিনে এজন মানুহৰ শৰীৰৰ পুষ্টি সাধনৰ বাবে কিমান খাদ্যৰ প্ৰয়োজন বা কোন কোন খাদ্যত কি কি খাদ্যপ্ৰাণ থাকে তাৰ তালিকা সিহঁতক মুখস্থ মাতিবলৈ 'দিয়াতো বোধহয় এক' মস্ত প্ৰহসন। কিয়নো, সেই তালিকাত থকা সৰহভাগ বস্তু হয়তো সিহঁতে দেখাই নাই। মই জানিব পাৰিলো সিহঁতৰ মাজৰ বহুতে খালী পেটে স্কুললৈ আহে, বহুতে দিন-হাজিৰা কৰি স্কুলৰ খৰচ উলিয়ায়, বহুতে নিশা চাকিৰ ক্ষীণ পোহৰত কিতাপৰ পাত খুচৰি খুচৰি ভৱিষ্যত জীৱনৰ স্বপ্ন ৰচে। বহুতে হয়তো চাকিৰ জুইকুৰা অলপ বেছিকৈ জ্বলাই দি সেই পোহৰত পৃথিৱীখন নতুনকৈ চোৱাৰ কল্পনা কৰে।

বেলেগে নাভাবিলেও নৱম শ্ৰেণীৰ প্ৰথম ল'ৰা দিবাকৰে ভাবে বুলি মই বিশ্বাস কৰোঁ। দেখাত ক্ষীণ-মীন হ'লেও ল'ৰাজন বুদ্ধিদীপ্ত, সাহসী। সি এদিন শ্ৰেণীত মোক বিপদতে পেলাইছিল। তাৰ কথাত মই তবধ মানিছিলো।

শৰীৰত বিয়পা ৰোগৰ বীজাণুৰ বিষয়ে পাঠ এটা মই পঢ়াই আছিলো। বহু সময় নীৰবে শুনি থকাৰ পিছত দিবাকৰে হঠাতে থিয় হৈ ক'লে—

'ছাৰ, কথা এটা কওঁ— বেয়া নাপাব।'

'কোৱা, কি কথা?'

'ছাৰ, মই ভাবোঁ এইবোৰ বেমাৰৰ বীজাণুৱে সকলো ধৰণৰ মানুহক আক্ৰমণ কৰিব নোৱাৰে। কিয়নো আজিকালি প্ৰায় সকলো ৰোগৰ বীজাণু নাশ কৰিব পৰা ঔষধ ওলাইছে; মাত্ৰ টকা থাকিলেই হ'ল। কিন্তু ছাৰ, এবিধ ৰোগৰ বীজাণুৱে আমাৰ সমাজখনক বৰ বেয়া আক্ৰমণ কৰিছে আৰু এদিন ইহে আমাক পঙ্গু কৰি পেলাব যেন পাইছোঁ।'

'তুমি কি ক'ব খুজিছা, স্পষ্টকৈ কোৱা।'

'মই ক'ব খুজিছোঁ, আজি সমাজখনত ক্ষমতাৰ লোভ, দুৰ্নীতি, ভেজাল তথা শোষণৰ যি ভয়ংকৰ বীজাণু সোমাইছে তাক নাশ কৰিব পৰা এপাকি ঔষধহে বৰ প্ৰয়োজন হৈছে ছাৰ। নহ'লে আমাৰ দৰে দুখীয়া মানুহবোৰে

চিৰদিনে দাৰিদ্ৰতাৰ পাপচক্ৰতে সোমাই থাকিব লাগিব কিজানি!'

ঘণ্টাটো পৰাৰ লগে লগে কোঠাৰ পৰা ওলাই আহিলো। দিবাকৰক একোৱেই কোৱা নহ'ল। মগজুত এটা কথাই বৰকৈ খুন্দিয়াই থাকিল। নিবনুৱা সমস্যা, ভাত-কাপোৰ, সংস্থানৰ সমস্যা, বানপানী-খৰাং বতৰৰ সমস্যা— এই যে এলানি দীঘল তালিকাৰ সমস্যাবোৰ, এইবোৰৰ মাজতো দিবাকৰে কোৱা ধৰণৰ বীজাণুবোৰেই প্ৰবেশ কৰিছে নেকি! এৰা, বীজাণুবোৰ নাশ কৰিবলৈ এপালি দৰব পোৱা হ'লে!

---

# হৃদয়

আঠঅনাৰ পুঠিমাছ, চাৰি অনাৰ অলপ জিৰা-মছলা আৰু দহ পইচা দামৰ বেলুন এটা লৈ গুণেশ্বৰ হাটৰ পৰা উভতিছে। ইচ্ছা কৰিয়ে সি খোজকেইটা অলপ লাহে লাহে দিছে আৰু যিমানেই সি গাঁওখনৰ ওচৰ চাপি আহিছে তিমানেই তাৰ চকুৰ সন্মুখত ভাঁহি উঠিব ধৰিছে— বহু আশাৰে তালৈ বাট চাই থকা ঘৈণীয়েক প্ৰমিলা আৰু চাৰিবছৰীয়া পোনাকণৰ মুখ দুখন। তাৰ অজ্ঞাতেই যেন ক'ৰবাত কিবা এটা খেলি মেলি হৈ গ'ল। সি কিয় এনেকুৱা কৰিলে বাৰু? নাই বুলিওতো ক'ব পাৰিলেহেঁতেন— কিন্তু সি বোধহয় একো ভুলো কৰা নাই। কাৰণ এজন মানুহক ডাঙৰ বিপদ এটাত সহায় কৰা হ'ল। ঘৈণীয়েকক সি সহজে কথাষাৰ বুজাই ক'ব। কথাবোৰ আৰু এবাৰ দ'কৈ চিন্তা কৰি সি অৱশেষত ইয়াকে স্থিৰ কৰিলে। অহা শনিবাৰৰ হাটলৈ সি বস্তুখিনি জৰুৰ আনিব। আজি যে সি বাণেশ্বৰ শইকীয়া মাষ্টৰক টকা দহোটাৰে সহায় কৰিব পাৰিছে সেয়া তাৰ বাবে কম গৌৰৱৰ কথা নহয়। আৰু টানে-আপদে মানুহক সহায় কৰাটোৱেতো মানুহৰ ধৰ্ম। তাতে একে গাঁৱৰে মানুহ। নাই বুলিও কিবা এটা বিপদ আহিলেই যেনিবা, সিয়ো দৌৰ

মাৰি শইকীয়া মাষ্টৰৰ ওচৰলৈ গ'লে তাক কিবা বিমুখ কৰিবনে?

ৰাতিপুৱাতে কাৰৈমাৰীৰ হাটলৈ ওলাই গৈছিল গুণেশ্বৰ। প্ৰতি বুধবাৰ আৰু শনিবাৰে কাৰৈমাৰীত হাট বহে। সিহঁতৰ গাঁৱৰ পৰা মানে ভুতেপোৱাৰ পৰা মাত্ৰ চাৰি মাইলৰ বাট কাৰৈমাৰী। হাটলৈ যাবলৈ বিশেষ দৰকাৰ হোৱা নাছিল যদিও ঘৈণীয়েকৰ বাবেই সি যাবলগীয়া হ'ল। অৱশ্যে কথাটো সিও লক্ষ্য কৰিছিল। প্ৰমিলাৰ ঘৰত পিন্ধা মেখেলাখন কেতিয়াবাই ফাটিল। হঠাতে কোনোবা এটা আলহী-দুলহি আহি ওলালে সেইখন মেখেলাৰে বাজলৈ ওলাবলৈকে তাইৰ লাজ লাগে। জোৰা টাপলি মাৰিনো কিমান দিন চলিব? আৰু পাৰিলে পোনাকণলৈ বুলি এটা গৰম চোলাৰো দৰকাৰ। আহোঁ বুলিয়েই হাড় কঁপোৱা জাৰটো নামি আহিব। কেইটা দিননো বাকী? ইত্যাদি কথাবোৰ ভাবি চিন্তিয়ে সি হাটলৈ যোৱাতো ঠিক কৰিলে। পুৱাতে বিছনাখনৰ পৰা উঠি বাৰীখনৰ পৰা কেইটামান জাতিলাউ, আগতীয়াকৈ ৰোৱা লাই পালেং অলপমান, বেঙেনা দুসেৰ মান পাচি দুটাত ভৰাই ল'লে গুণেশ্বৰে। কামখিনি কৰোঁতে প্ৰমিলায়ো তাক সহায় কৰি দিলে। বাঢ়ি অহা কবি ডৰাৰ ফালে চাই সি প্ৰমিলাক এনেয়ে এবাৰ ক'লে—'কবি ওলালে মাঘলৈ তোমাৰ বাবে গৰম কাপোৰকে এখন আনিম দিয়া।'

'ইহ্, আমাৰ বাবে নহ'লেও হৈছে, নিজেনো কিডাল লৈছে?' বেঁকাকৈ গুণেশ্বৰৰ ফালে চাই মিচিকিয়া হাঁহি এটা মাৰিলে প্ৰমিলাই। গিৰীয়েকটোৰ প্ৰতি তাইৰ মৰমৰ চোক কম নহয়।

আগনিশাৰ কৰকৰীয়া ভাত কেইটামান নিমখ-তেল জলকীয়া সানি পেটত পেলাই বটাৰ পৰা তামোল এখন মুখত ভৰাই ফিচ্ কৰি পিক এসোপা পেলাই গুণেশ্বৰে পিৰালিত থৈ দিয়া পাচি দুটাৰ ওচৰ পালে। প্ৰমিলাই ইতিমধ্যে বহু যত্নেৰে কাঠৰ বাকচটোৰ ফটাকানিবোৰৰ মাজত সাঁচি থোৱা হাঁহকণী বেচি পোৱা টকা পাঁচটা আনি গুণেশ্বৰৰ হাতত তুলি দি ক'লে—'এয়া লওক। বস্তু দুপদৰ কথা নাপাহৰিব কিন্তু।' পইচাখিনি ৰুমাল এখনত

ভালদৰে বান্ধি ল'লে সি। পাচি 'দুটা কাণমাৰি ডালত ৰচীৰে বান্ধি কান্ধত তুলি লৈ সি পদুলিমুখৰ পৰাই ঘৈণীয়েকক চিঞৰি চিঞৰি আকৌ এবাৰ ক'লে— 'হেৰা মই আহিলো বুজিছা। গৰু হাল সেয়া ছনবাৰীতে আছে। মোৰ দেৰী হোৱা যেন পালে পাৰিলে দুপৰীয়া পানী অকণ খুৱাবা। আৰু ই পোনাকণক চাবা। মই সোনকালেই ঘূৰিম।'

খৰালি মাহ। বাটে পোৱালি মেলিছে। পথাৰৰ মাজৰ সৰু ৰাস্তাটোৰেদি অলপ বেগাবেগিকৈ খোজ দি গুণেশ্বৰে মনতে কিবাকিবি কথা পাগুলি গ'ল। প্ৰমিলাৰ বাবে এখন কম দামৰ মেখেলা, কণৰ বাবে এটা গৰম চোলা আৰু পইচাই জুৰিলে তাৰ বাবে...। নাই, নাই। তাৰ বাবে সি এতিয়া একোৱেই নলয়। একেবাৰে মাঘৰ বিহুলৈ পাৰিলে ধান-চান বেচি ডাঙৰকৈ চুৰিয়া এখনকে বনাই ল'ব। আৰু সিহঁতৰ অভাৱনো গুচিব কেতিয়া? তিনিটা প্ৰাণী এতিয়া কোনোমতে জোৰা টাপলি মাৰিহে চলি আছে। বাপেকে মাটিখিনি থৈ নোযোৱা হ'লে, গাঁওখনৰ আন দহজনৰ দৰে তাৰো পানীত হাঁহ নচৰা অৱস্থা হ'লহেঁতেন। এইবেলি অৱশ্যে শালিখেতি বেয়া হোৱা নাই। গএগা-ৰাইজে অন্ততঃ কিছুদিনলৈ ভাত-মুঠিৰ চিন্তাৰ পৰা ৰেহাই পাব। তাৰ কালপানী পথাৰৰ ধানখিনিৰ দৰে আনবোৰো হোৱাহ'লেতো বছৰটো জুৰিও ভালেখিনি ধান বিকিবও পাৰিলেহেঁতেন।

'বোলো গুণেশ্বৰ, হাটলৈ নে?' হঠাৎ বাটত কান্তিৰাম বায়নৰ লগত তাৰ ভেটাভেটি হ'ল।

'অ' বায়ন দেদাই দেখোন।' কান্তিৰাম গুণেশ্বৰৰ বাপেকৰ বয়সৰ মানুহ। সি দদাই বুলিয়ে মাতে। 'এৰা, অলপ হাটলৈ ওলালো দেদাই। পিছে আপুনি.....?'

'এহ্ নক'বা আৰু বোপাই। ময়ো আহিলো সেইফালেই। বোলো বহুদিন কাৰৈমাৰীৰ হাটৰ ফালে যোৱা নাই আৰু সেয়ে বহুদিন মাছ-তাছ অকণো মুখত দিব পোৱা নাই। মোৰ কথা জানই নহয় বোপাই। সৌ

তাহানিখনৰে মানুহ। মাছ খাই খাই মাছৰ ওপৰতে ডাঙৰ হোৱা মানুহ। সেয়ে কৈছোঁ নহয়। মাছ অকণ নহ'লে পেটলৈ ভাত মুঠিকে যাব নোখোজে। হৰি হৰি — তাকে বোলো কি দিন কি হ'ল। সেয়া চকুৰ আগতে ৰাঙ্কনি বিল, চবিলা বিল। কম মাছ মাৰিছিলোনে তাত? আৰু .....।' বায়ন কথা বেছি কোৱা মানুহ। অলপ সুবিধা পালে অকলেই ভূ-ভাৰত্তৰ কথা বলকি থাকিব। গুণেশ্বৰে মাত লগালে।

'পিচে দেদাই হাটলৈ কিবা....?'

'নাই নাই বোপাই। আনিবলৈনো মোৰ ঘৰত কিটো আছে? পিছে তই হ'বলা বাৰীখনত লাউ-শাক লগাইছ। ভাল কৰিছ বোপাই। বেচ ভাল কৰিছ। কৰি খাব লাগে..।' বায়নে কিছুসময় নীৰৱেই গুণেশ্বৰৰ পিছে পিছে খোজ লৈ থাকিল। গুণেশ্বৰেও আৰু একো নুসুধিলে। বায়নক সি ভালদৰে জানে। ভূতে পোৱাৰ গাতে লাগি থকা মদাৰতলা গাঁৱত ঘৰ। সৰুতে পাঠশালা স্কুলত তাৰ বাপেকৰ লগত একেলগে পঢ়া বন্ধু কান্তিৰাম বায়ন। ডেকা কালত যাত্ৰা-ভাওনা আদিত বেছ ভাল খোল বজাইছিল বায়নে। তেতিয়াৰ পৰাই বায়নক অঞ্চলটোৰ সকলো মানুহেই ভালদৰে চিনি পায়। বায়নৰ ঘৰৰ অৱস্থাও ভালেই আছিল। পিছে, হ'লে কি হ'ব! কাৰো দিন সমানে নাযায়। বায়নৰো সেয়ে হ'ল। পুতেক কেইটাই খেতি-খলা নকৰি জুৱাৰী-মদাহী হ'ল। নিজৰ জোঁ-জোঁ কৰে বাৰীঘৰ নিজৰ অৱহেলাৰ বাবেই ৰসাতলে গ'ল। উদণ্ডীয়া গৰুৱে বাৰীখন উছন কৰিলে। ইমানবোৰ মাটি-বাৰী পাণবাৰীৰ পমুৱা মুছলমানে কিনি ল'লে। এইবোৰ মানুহৰ প্ৰতি গুণেশ্বৰে অকণো সহানুভূতিৰে নাচায়। সি কামৰ মানুহ। আটায়ে কাম কৰি খাব লাগে। তাকে নকৰি বগৰা-বাগৰিকৈ থাকিলে বাটৰ কুকুৰৰ দৰে সবে ইহঁতক লেই-লেই ছেই-ছেই কৰিবই।......

বুধবাৰে কাৱৈমাৰীত হাট বেছ ডাঙৰ হয়। গুণেশ্বৰে গৈ বস্তুখিনি বিক্ৰী কৰোঁতে সৰহ সময় নালাগিল। মানুহৰ ভিৰৰ পৰা অলপ বাজলৈ ওলাই

আহি সি জেপৰ পৰা বিক্ৰী কৰি পোৱা পইচাখিনি উলিয়াই হিচাপ কৰি চালে। নগদ ছয় টকা। ঘৈণীয়েকে দিয়া টকা পাঁচটা আছেই। মুঠ এঘাৰ টকা হ'ল। ইয়াৰে এখন মেখেলা, এটা গৰম চোলা... হ'বনে বাৰু? হ'ব হ'ব। সি বেছি দামী কাপোৰ নিকিনে। খগেন সাহাৰ দোকানৰ পৰাই বস্তুখিনি ল'ব। তাৰ লগত ভাল চিনাকি। ধৰিলে দুপইচা কমায়ো দিব। পইচাখিনি কান্ধৰ গামোচাখনেৰে মচি ল'লে এবাৰ। এনেতে মূৰ তুলি চাই সি দেখিলে সিহঁতৰ গাঁৱৰে শইকীয়া মাষ্টৰে উধাতু খাই তাৰফালে লৰি আহিছে। 'মানুহজনৰ নিশ্চয় কিবা বিপদ হৈছে'— সি মনতে ভাবিলে।

'মাষ্টৰ দেদাই, কিবা এটা সোধাৰ আগতে হুল-জোং নাচাই হেঁপাই-ফোঁপাই লৰি অহা শইকীয়া মাষ্টৰে নিজে কৈ গ'ল—

'মোৰ বৰ বিপদ বুজিছা গুণেশ্বৰ। বৰ ডাঙৰ বিপদ হৈছে। মই..... মই.....।' মানুহজন যেন খুব অস্থিৰ হৈ পৰিছে।

'কথাটোনো কি হৈছে খুলি নকয় কিয় দেদাই। কি বিপদটো নো হ'ল আপোনাৰ?'

'মহা বিপদ বুজিছা। এইমাত্ৰ ভোগৰামে খবৰটো দিলে। মোৰ ডাঙৰটো ল'ৰাক হেনো গাড়ীয়ে খুন্দিয়ালে। ডাঙৰ এক্সিডেন্ট।'

'এক্সিডেন্ট?' শব্দটো শুনাৰ লগে লগে গুণেশ্বৰৰ বুকুখন চিৰিং কৈ গ'ল।

'এৰা। তাক টাউনৰ হাস্পাতাললৈ লৈ গৈছে বোলে। এতিয়া মই। মই যাবই লাগিব। গুণেশ্বৰ, তোমাক ক'বলৈ বেয়াই লাগিছে বুজিছা। ঘৰলৈ যাবলৈকো সময় নাই। মোক পাৰিলে অলপ পইচা..... তোমাৰ তাত কিবা হ'ব নেকি?'

'পইচা? তাকে ক'বলৈ অথনিৰে পৰা ইমান....। ৰ'বচোন ৰ'ব। এয়া। এয়া দহটকা। হ'বনে বাৰু?'

'অনাথৰ হৰি সহায়— পিছে তোমাৰ কিবা অসুবিধা হয় যদি...।'

'নাই নাই দেদাই। আপোনাৰ বিপদৰ কথা মই বুজিছোঁ নহয়।' গুণেশ্বৰে আগ-পিছ নভবাকৈয়ে জেপৰ পৰা পইচাখিনি উলিয়াই দিলে।

'উহ্, তুমি মোক বৰ ডাঙৰ বিপদত সহায় কৰিলা গুণেশ্বৰ। তোমাক কি বুলিনো ধন্যবাদ জনাম। পইচাখিনি মই কাইলৈকেই উভতাই দিম। মই আহোঁহে।' শইকীয়া মাষ্টৰ মানুহৰ জুমৰ মাজত অদৃশ্য হৈ গ'ল। টকা দহটা যে সময়ত ইমান মূল্যবান হৈ উঠিব পাৰে তাকে ভাবি খন্তেকৰ বাবে গুণেশ্বৰৰ মনটো ভাল লাগিল। কিন্তু পিছমুহূৰ্ততে যেতিয়া ঘৈণীয়েকে কোৱা কথাষাৰ তাৰ মনলৈ আহিল, তাৰ মূৰটো ঘূৰাই গ'ল। কিছুসময় সি একো ভাবিব নোৱৰা হৈ পৰিল। চোলা খুজি তাৰ ওচৰলৈ দৌৰি আহিলে সি পোনাকণক কি বুলি ফাঁকি দিব বাৰু? তাৰ অকণমান হৃদয়খনে খুব আঘাত পাব নেকি?.... অলপসময় একেঠাইতে তভক মাৰি থাকি অবশেষত হাতত থকা একমাত্ৰ টকাটোৰে আঠ অনাৰ পুঠিমাছ, চাৰিঅনাৰ জিৰা-মচলা আৰু পোনালৈ দহপইটা দামৰ বেলুন এটা লৈ সি ঘৰলৈ উভতিল।

মূৰৰ ওপৰত বেলিটোৱে ৰ'দজাক আপোন ইচ্ছাৰে পৃথিবীলৈ ঢালি দিছে। গাঁৱৰ মূৰৰ বৃহৎ পাকৰি দুজোপাৰ তলৰ সৰু ৰাস্তাটোৰেদি গুণেশ্বৰে লাহে লাহে আগবাঢ়িছে তাৰ ঘৰৰ পিনে। তাৰ মনৰ ভিতৰত অলপ আগলৈকে এখন প্ৰচণ্ড ৰণ লাগি আছিল। শেষত তাৰ জয় হৈছে। সি একো ভুল কৰা নাই। সি স্বাৰ্থপৰ নহয়। তাৰ মনত ভাঁহি উঠিছে সেয়া শইকীয়া মাষ্টৰৰ শেতা মুখখন। .. 'মোৰ-মোৰ-বৰ-বিপদ।' সি শুনিবলৈ পাইছে শইকীয়া মাষ্টৰৰ আকুল আহ্বান।

গুণেশ্বৰে মনে মনে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালে শইকীয়া মাষ্টৰৰ ল'ৰাটো সোণকালেই ভাল হৈ উঠক।

---

আকাশবাণী/গুৱাহাটী কমাৰ্চ কলেজ আলোচনী/১৯৭৫

# ধৰুৱা

'মানুহ পৰিস্থিতিৰ দাস' বোলা কথাষাৰ পোনছাটেই মানি ল'বলৈ টান লাগে। অথচ তাক সম্পূৰ্ণ উলাই কৰাৰ সাহসো মোৰ নাই। কথা হ'ল— অভাৱে যদি মানুহৰ স্বভাৱক গঢ় দিয়ে বুলি ধৰা হয়, তেন্তে ময়ো তাৰ ব্যতিক্ৰম হ'ব নোৱাৰোঁ। পৰিস্থিতিয়ে যদি মানুহক কঠোৰ বা নিষ্ঠুৰ হ'বলৈ বাধ্য কৰায় তেন্তে বন্ধুও তাৰ ব্যতিক্ৰম হ'ব নোৱাৰে। মোক কোনে কেতিয়া কেনেদৰে জুখিছে নাজানো, বন্ধুৰ বিচাৰৰ তুলাচনীত মই পিছে একেবাৰে নিম্নমানৰ দ্ৰব্যত পৰিণত হৈছোঁ। কালিৰ চিঠিখনে তাৰেই ইঙ্গিত বহন কৰিছে। চিঠি নহয় যেনিবা এপাট বিষকাঁড়হে। বুকুৱেদি ইফাল সিফাল সৰকি যোৱা যেন লাগিছে। তথাপি মই ভাগি পৰা নাই। মাজে মাজে ভাবোঁ শৰশয্যাৰ সকলো দুখ-যন্ত্ৰণা নীৰৱে সহ্য কৰিবলৈ আমি যেন পিতামহৰে একো একোটা নতুন সংস্কৰণ। নাজানো এই জীৱনৰ 'শান্তিপৰ্ব' কোনখিনিত।

পূজাৰ বতৰ। সকলোতে কি অদ্ভুত উলহ-মালহ। অভাৱ অভাৱ বুলি হা-হুমুনিয়াহ কাঢ়ি থকা মানুহবোৰৰে বজাৰত কি হেঁচা ঠেলা। বিডাকচন চেল'ত হ'লেও পূজা এড্‌ভাঞ্চ বা বোনাচৰ টকাৰে শাৰী, পেণ্ট-চাৰ্ট, জোতা-

মোজা কিনি সামাজিক মৰ্যাদা অটুট ৰাখিছে। চুবুৰীয়ে চুবুৰীয়ে পূজা মণ্ডপ। হাতে হাতে ৰচিদ বহী লৈ পদূলিয়ে পদূলিয়ে ঘূৰি ফুৰিছে চাৰি-পাঁচজনীয়া মানুহৰ দল। এনে ধৰণৰ দল দেখিলেই আজিকালি মই পোনে পোনে বাথৰুমত প্ৰবেশ কৰাত অভ্যস্ত হৈ গৈছোঁ। শ্ৰীমতীক ট্ৰেইনিং দিয়া আছে। 'তেখেত ৰাতিপুৱাতে বজাৰৰ ফালে ওলাই গৈছে' ধৰণৰ মস্ত ফাঁকি এটাৰ প্ৰশ্ৰয় লৈ তেওঁ মোক সাম্ভাব্য বিপদৰ পৰা উদ্ধাৰ কৰে। পিছে এই ধৰণৰ ফাঁকিৰে কিমান দিন চলিম? উত্তৰটো ময়ো বিচাৰি নাপাওঁ। 'মিছা কথা মহাপাপ' বুলি সৰুতে স্কুলত পঢ়া বাক্যটো শ্ৰীমতীয়ে মাজে মাজে আওৰাব খোজে। মই সৰুকৈ বক্তৃতা এটা দিওঁ— 'হেৰা, পৃথিৱীখন ফাঁকি আৰু মিছাৰ ওপৰতেই চলি আছে বুজিছা। আমিহে অৱস্থাৰ তাড়নাত সামান্য লুকা চুৰিৰ প্ৰশ্ৰয় লৈছোঁ, বৰ বৰ মানুহে ৰাজহুৱাকৈ ফাঁকি দিয়ে। আত্মৰক্ষাৰ বাবে মিছা কোৱাত পাপ নাই বুজিছা। স্বয়ং যুধিষ্ঠিৰেও জানো দ্ৰোণাচাৰ্য্যক বধিবলৈ মিছাৰ আশ্ৰয় লোৱা নাছিল? পাপ-পূণ্য এইবোৰ মনৰ কথা। পাপত ভূগ্তি কেইজনক মৰা দেখিছাহে? অসমৰ আন্দোলনটোকে নেদেখিলা জানো? কতজনক গুলীয়াই, টঙনিয়াই অন্যায় ভাবে হত্যা কৰা হ'ল, ভগবানৰ বিচাৰৰ কাঠগড়াত হত্যাকাৰীবোৰৰ কিবা বিচাৰ হ'লনে? আৰু ইহজনমত যদি নহ'ল পৰজনম বুলি কিবা এটা বস্তু ক'ত দেখিছানো? মুঠ কথা সৎ হৈ জীৱন যাপন কৰিবলৈ গৈয়েতো মোৰ আজি এই লাওলোৱা অৱস্থা হ'ল।' বক্তৃতা শুনি শ্ৰীমতী মনে মনে থাকে। সেইটো তেওঁৰ ধৰ্ম বুলি ভাবে।

আজি পিছে বাথৰুমত প্ৰবেশ কৰাৰ সুযোগ মোৰ নঘটিল। চিঠিখনৰ চিন্তা মগজুত লৈ আগফালৰ বাৰান্দাৰ মূঢ়া এটাত মই নিজেও মূঢ়া হৈ আছিলো। কোন পলকত দলটোৰ প্ৰৱেশ ঘটিল টলকিব নোৱাৰিলো। ফলস্বৰূপে দহ টকাৰ ৰচিদ এখন হাতত পৰিল। সাৰ্বজনীন দুৰ্গোৎসৱ পাতিছে। এপিঠিত প্ৰতিমা স্থাপন, পূজা অৰ্চনা, ওজাপালি নাচ, নাম-প্ৰসঙ্গ, আৱতি প্ৰতিযোগিতা ইত্যাদি কাৰ্যসূচী আৰু আনটো পিঠিত পৃষ্ঠপোষক, সভাপতি, সম্পাদক, সভ্যসকলৰ দীঘলীয়া তালিকাৰে ছপা হোৱা নিমন্ত্ৰণী

পত্ৰ এখনো পালো। মানুহ কেইজনক বহিব কোৱা নহ'ল। তেওঁলোকৰ সময়ো নাই বোলে। থিয়ৈ থিয়ৈ দুটামান কথা পাতিলো। বহুদিনৰ পৰা মনতে পাগুলি থকা দুটামান বদহজমী কথাও কোৱা হ'ল। দেৱ-দেৱীৰ সন্মুখত নাচি বাগি কোনে কিমান ভালদৰে আৰতি কৰিলে তাৰ প্ৰতিযোগিতা পতা কথাটো বৰ আচহুৱা যেন লাগে; এই যে দেৱী বিসৰ্জনৰ দিনা সুসজ্জিত ট্ৰাকৰ আগে আগে মাজ ৰাস্তাত অদ্ভুত ধৰণৰ নাচ-বাগবোৰ হয় এইবোৰ বিকৃত মনৰ পৰিচায়ক যেন লাগে, উদ্যোক্তাসকলে এইবোৰ দিশত চকু দিব লাগে, পাৰিলে ধৰ্মৰ নামত, পূজা-পাতলৰ নামত খৰচ কিছু কমাই সেইখিনি টকা সমাজৰ গঠনমূলক কামত খটুৱাব পাৰি নেকি চিন্তা কৰিব লাগে— ইত্যাদি ইত্যাদি। কথাখিনি প্ৰাসঙ্গিক নে অপ্ৰাসঙ্গিক হ'ল ধৰিব নোৱাৰিলো। উৰহৰ খং ভগা ঢাৰিত জাৰিলো কিজানি। মোক নাস্তিক বুলি ভাবিয়ে হ'বলা মানুহ কেইজন তৰ্কৰ পৰা বিৰত থাকি অহা বাটে উভতিল। পিছে ক'বলৈ বেয়া লাগে, বৰঙণিৰ ৰচিদখন মই বাকীকৈ ল'বলগীয়া হ'ল। মোৰ দীনতাই মোক পুনৰবাৰ জোকাৰি যোৱা যেন লাগিল।

হয়, এবছৰ মানেই হ'ল। শ্ৰীমতী বেমাৰত পৰিছিল। প্ৰথমতে কাহ-পানীলগা-জ্বৰ। নিজৰ ডাক্তৰী মগজু খটুৱাই 'শ্ৰীমন্ত মেডিকেল'ৰ পৰা অনা টেবলেটে কাম নিদিলে। শেষত স্পেচিয়েলিষ্টৰ ওচৰ পালো। কিবা বোলে ভাইৰাচ ইন্‌ফেকচন। দীঘলীয়া প্ৰেচ্‌ক্ৰিপচন, সম্পূৰ্ণ জিৰণিৰ পৰামৰ্শ। মোৰ হাত তেনেই উদং। উপায়ান্তৰ হৈ বন্ধু এজনৰ ওচৰত হাত পাতিলো; মোৰ অফিচৰে সহকৰ্মী। মোৰ অৱস্থাটো বুজিয়ে হ'বলা তেওঁ উদাৰ চিত্তে দুশ টকা দিলে। কৃতজ্ঞতাত মোৰ মূৰ দো খাই গ'ল। তাৰ ঠিক এমাহমান পিছতে হঠাৎ বন্ধুৰ ট্ৰেন্সফাৰৰ অৰ্ডাৰ। গুৱাহাটীৰ পৰা তেজপুৰ। খবৰটো পায়ে হিচাপমতে মই মোৰ কৰ্ত্তব্য কৰিব লাগিছিল। পিছে বিদায়ৰ আগমুহূৰ্তত বন্ধুৰে সোঁৱৰাই দিয়া সত্ত্বেও মই পইচাখিনি ওভতাবলৈ সক্ষম নহ'লো। তাৰ পিছত এমাহ-দুমাহ-এবছৰ পাৰ হ'ল। প্ৰতিমাহেই সেই পইচাখিনিৰ বাজেট কৰিছোঁ— প্ৰতিমাহেই কাটিছোঁ। কালিৰ চিঠিখনৰ গুৰি কথা

এইখিনিয়ে। চিঠিখন কেবাবাৰো পঢ়িছোঁ— আকৌ জপাই থৈছোঁ। প্ৰতিটো শব্দ গলাধাৰণ হোৱা যেন লাগিছে। 'বুজিছে চৌধুৰী, সম্পদত বন্ধুৰ আটক নাই, বিপদৰ বন্ধুহে আচল বন্ধু, কথাষাৰ নিশ্চয় আপুনিয়ো জানে। বিপদ আপদত মানুহে মানুহক সহায় কৰাটো মই ধৰ্ম বুলি ভাবোঁ। পিছে মোৰ উদাৰতাক আনে সদায় দুৰ্বলতা বুলি ভাবে। ফলত মই প্ৰবঞ্চনাৰ সন্মুখীন হওঁ। পইচা ঘূৰাই দিয়া কথাটোতকৈও গুৰুত্বপূৰ্ণ কথা কি জানে, মানুহে কোৱা 'কেইদিনমান'টো বছৰ বছৰ ধৰিও ঘূৰি নাহে। সময়ে মানুহক বহুত কিবাকিবি শিকাই থৈ যায়। এটা কথা ময়ো শিকিলো— পৃথিৱীত আটাইতকৈ জটিল কামটো হৈছে মানুহৰ চৰিত্ৰ বুজি পোৱা। মানুহ ভগৱানৰ কি অদ্ভুত সৃষ্টি! অন্তৰত হাঁহিৰ নিজৰা, হাঁহি হাঁহিয়ে মানুহে মানুহক শোষণ কৰে, বুকুত ছুৰী বহুৱায়, ঠগ-প্ৰবঞ্চনা কৰে। আচলতে মানুহ নামৰ প্ৰাণীটো পৃথিৱী নামৰ চিৰিয়াখানাৰ সবাতোকৈ আশ্চৰ্য্যজনক সামগ্ৰী।

সৰুতে স্কুলত পদ্য এফাঁকি মুখস্থ গোৱা আপোনাৰো মনত পৰে চাগে— 'সাধুক চিনিবা লেনদেন কৰি বিত' মানুহক সম্পূৰ্ণকৈ নহ'লেও আংশিক পৰিমাণে চিনি পোৱাৰ এই সহজ সূত্ৰটো দিয়া বাবে কবিজনাক ধন্যবাদ। জানে চৌধুৰী, এতিয়া সকলো যোগ-বিয়োগ কৰি উঠি মই এটা সিদ্ধান্তত উপনীত হৈছোঁ কাৰোবাক টকা-পইচা ধাৰলৈ দিলে একেবাৰে যোৱা বুলিয়ে ধৰিব লাগে। তেতিয়া অন্ততঃ দান কৰাৰ মানসিক আনন্দখিনি পোৱা যায়।

শেষত অনুৰোধ এটা জনাই থওঁ চিঠিখন পঢ়োঁতে যাতে মনত ৰাখে— ময়ো আপোনাৰ দৰেই আঙুলি মূৰত দিন গণি মাহৰ শেষলৈ বৈ থকা এজন কেৰাণীহে। বিশেষ নাই। আপোনাৰ দাম্পত্য জীৱন মধুময় হোৱাৰ কামনাৰে।'

চিঠিখনৰ প্ৰতিটো শব্দই মোৰ সত্বাক উপলুঙা কৰা যেন লাগিছে। তাতে তেওঁৰ অপৰাধ কি? আমিতো একেখন নাৱৰেই যাত্ৰী, একেটা

চিষ্টেমৰে বলি।

মোৰ সমস্ত সুখ-দুখৰ সমভাগী শ্ৰীমতী চিঠিখন সম্পৰ্কে অজ্ঞ। আনকি যোৱা এবছৰে মই পইচা খাৰলৈ লোৱা কথাটোও তেওঁৰ পৰা গোপনে ৰাখিছোঁ। মোৰ সন্মানৰ প্ৰতি তেওঁ বৰ সচেতন। আদৰ্শক বিক্ৰী কৰাতো তেওঁ কাহানিও নিবিচাৰে। মানুহজনীক আনি ঘৰ সুমোৱাৰ দিন ধৰি আগ্ৰহ কৰি কিবা এপদ বস্তু দিয়া মোৰ মনতে নপৰে। তথাপি তেওঁৰ অসন্তুষ্টি নাই। অসন্তুষ্টি থাকিব লাগে, মই তেওঁক কওঁ— যিবিলাকৰ বৰ্ত্তমান জীৱনৰ বিৰুদ্ধে কোনো অসন্তুষ্টি আৰু ভৱিষ্যতৰ সুস্থ সমাজ এখনৰ স্বপ্ন নাই তেওঁলোকে কাহানিও জীৱন সংগ্ৰামত নামিব নোৱাৰে। তেওঁ কথাবোৰ 'চিৰিয়াচ'ভাবে নলয়। আদৰ্শ তেওঁৰ এটাই— আনৰ ওচৰত হেয় হোৱাতকৈ মৃত্যুৱেই শ্ৰেয়। চিঠিখনৰ কথা, পইচা ধাৰে লোৱা কথা গম পালেই তেওঁ হাতৰ-কাণৰখিনি সোলোকাই হ'লেও আজিয়ে কিবা এটা হেস্ত-নেস্ত কৰাৰ কথা ক'ব। জানি বুজি মই সেইটো হ'বলৈ দিব নোৱাৰোঁ।

বন্ধুৰ কথা, চিঠিখনৰ কথা, মোৰ আৰু মোৰ দৰে হাজাৰ জন মানুহৰে কথাকে ভাবি আছোঁ কালিৰ পৰা। আমি সৰু সৰু মানুহবোৰৰ আশা-আকাঙ্খাবোৰ চাউল-দাইল, চেনী-মিঠাতেলৰ মাজতে কেন্দ্ৰীভূত। ল'ৰা-ছোৱালীক ভালদৰে খুৱাবলৈ, পিন্ধাবলৈ, পঢ়াবলৈ আমাৰো মন যায়। পিছে মাহেকীয়া বাজেটত সদায় ঘাটি বিত্তায়ন কৰিব লাগে। ল'ৰা-ছোৱালী কেইটি নিশকতীয়া হৈ পৰিছে। বকুল, তগৰ আদি ফুলকোমল নামবোৰে সিহঁতৰ নিষ্ঠুৰ বাস্তৱক ঢাকিব পৰা নাই। এই পাপচক্ৰই আমাৰ বহুতৰে জীৱনৰ, সততাৰ, প্ৰগতিৰ মূল্য অধোগামী কৰি তুলিছে।

চিন্তাৰ ধুমুহা বৈ আছে মনৰ মাজেদি। মাজে মাজে ভাব হৈছে মই যেন এজোপা শিপাহীন গছত পৰিণত হ'ব ধৰিছোঁ। প্ৰবল ধুমুহাই মোক যেন যি কোনো মুহূৰ্ততে উভালি পেলাব। পিছ মুহূৰ্ততে ভাব হৈছে— অত্যাচাৰী লালুকইঁতক বধিবলৈ মই ভোটাই হৈ যাওঁ। নাই, বন্ধুলৈ আজিয়ে চিঠি এখন

লিখিব লাগিব। বহুদিনৰ মূৰত বৰ আগ্ৰহেৰে অলপ পূজা এড্‌ভান্স লৈছিলো। শ্ৰীমতীয়ে সকলো বুজে, তেওঁ ল'ৰা-ছোৱালী কেইটিক বুজাব পাৰিব। পইচাখিনি মই আজিয়ে ডাকযোগে পঠাম।

বন্ধুলৈ চিঠিখন লিখিম। আৰম্ভ ক'ৰ পৰা কৰিম? চৰকাৰৰ কুৰিদফীয়া আঁচনি, দাৰিদ্ৰতা দূৰীকৰণৰ শ্লোগান, ভুৱা আশ্বাস, সমাজবাদ প্ৰতিষ্ঠাৰ সপোন, বাজেটত নতুন কৰ-কাটলৰ প্ৰস্তাৱ, অত্যাৱশকীয় বয়বস্তুৰ মূল্যবৃদ্ধি, চোৰাং মজুত, কৃত্ৰিম নাটনি, শোষণ, বহুকথাই মনলৈ আহিছে। আমাৰ দাৰিদ্ৰতাৰ লগত এইবোৰৰ সম্পৰ্ক আছেনে? ভাবি আছোঁ কথাবোৰ। ভাৰতৰ প্ৰতিজন নাগৰিকৰে জনমূৰি বৈদেশিক ঋণ হেনো দুশ তিৰাশী টকা। সদনত মন্ত্ৰীৰ বিবৃতি। সমগ্ৰ দেশখনেই তেন্তে ধাৰত পোত গৈছে।

বন্ধুৰ ওচৰত মই কৃতজ্ঞ হ'বই লাগিব। মই লিখিম— মানুহৰ এই বিচিত্ৰ পৃথিবীখন চাবলৈ সুযোগ দিয়াৰ বাবে একমাত্ৰ ঈশ্বৰৰ ওচৰতহে মই ধৰুৱা হৈ ৰ'ব বিচাৰোঁ। কোনো দুৰ্বল মুহূৰ্তত মনটো ভাগি পৰিলেও মই আদৰ্শচ্যুত নহওঁ। মই অন্তৰেৰে বিশ্বাস কৰোঁ— সকলোৰে দুখ-বেদনা ধুই নিকা কৰিব পৰা ধুমুহাজাক এদিন নিশ্চয় আহিব।

---

# ছুৰী

পৰিবেশটো ঠিক নহয়। চাৰিওফালে মানুহৰ মাজত এক বুজাব নোৱৰা ভয়, শংকা, উত্তেজনা। সংবাদপত্ৰ, ৰেডিঅ', টি.ভিৰ বাতৰিতো সেই একেবোৰে কথা। এনে পৰিবেশত দিনতে মানুহ বাজলৈ ওলাবলৈ চিন্তা হয়। তেনেস্থলত খবৰটো দিব লাগে বুলিয়ে আবেলি পৰত এনেদৰে ইমানদূৰ ৰাস্তা চাইকেলখন লৈ অহাটো খুব এটা ভাল নহ'ল নেকি?

চাহ কাপ খাই উঠি তামোলখন মুখত ভৰাই কঁচুবনি গাঁৱৰ মহেন্দ্ৰ মাষ্টৰৰ ঘৰৰ পৰা বিদায় লৈ ঘৰমুৱাকৈ চাইকেলত পেডেল মাৰি মাৰি বসন্ত চাহৰে বাৰে বাৰে কথাবোৰ জুকিয়াই চাইছে। মানুহবোৰ বাৰু সঁচাকৈয়ে ভয়ংকৰ, নিষ্ঠুৰ, নিৰ্দয় হৈ পৰিছে নেকি? মহেন্দ্ৰ মাষ্টৰৰ দৰে ভাল মানুহবোৰ জানো শেষ হৈ গ'ল? তেওঁনো কাক, কেতিয়া কি অন্যায় কৰিছে? তেন্তে কিহৰ বাবে এই শংকা, ভয়, অবিশ্বাস!

এশ বছৰ। হয়তো তাতোকৈ বেছি। একেখন দেশৰ এটা মূৰৰ পৰা আন এটা মূৰলৈ জীৱিকাৰ সন্ধানত এটা পৰিয়াল গুচি আহিছিল। আহি উভতি যোৱাৰ কথা নাভাবিলে। তেওঁৰ আজোককাক, ককাক, দেউতাক ইয়াতে

উপজিল। ইয়াৰে মাটি-পানীৰে জীপাল হ'ল। মাত-কথা, ৰীতি-নীতিৰ মাজত বুৰ গ'ল। বসন্ত চাহুৰ দৰে আন শ শ, হাজাৰ হাজাৰ লোকৰ এটাই পৰিচয় বাকী থাকিল— তেওঁলোক অসমীয়া। কিন্তু হঠাৎ এইবোৰ কি হৈছে? কাৰ কাৰণে হৈছে? ট্ৰাকত উঠি সন্ধিয়া পৰত বজাৰৰ পৰা উভতি অহা নিৰীহ বনুৱাজাকে কাৰ কি অপৰাধ কৰিছিল? কাৰ মুখৰ ভাত কাঢ়ি খাইছিল সিহঁতে? কিহৰ বাবে বন্দুকৰ গুলীৰে সিহঁতক মৃত্যুৰ শীতল কোলাত শুৱাই দিয়া হ'ল? কাপোৰ ধুই পেট পুহি থকা ধুবীজন, দাড়ি-চুলি কটা নাপিতজন, শাক-পাচলি, ফল-মূল বেচা ফেৰিৱালাজন, জোতা প'লিচ কৰা মুচীজন— কিহৰ ভয়ত সিহঁতে টোপোলা বান্ধি লৈছে। সিহঁত দেশলৈ যাব। এইখন কাৰ দেশ?

ছিঃ। তেওঁ যে কি কথাবোৰ ভাবিছে! ক'ৰবাত দুটা এটা এনে ঘটনা হ'ল বুলিয়ে মানুহবোৰ 'অমানুহ' হৈ যোৱা নাই। নাথাকে। এইবোৰ সদায় হৈ নাথাকে। এয়া হঠাতে উঠি অহা সাগৰৰ একো একোটা ঢৌ মাত্ৰ। প্ৰচণ্ড জোৰেৰে উঠে, আশে-পাশে যি থাকে সকলো মষিমূৰ কৰি থৈ যায়। পিছত নিজে নিজেই শাম কাটে। মানুহৰ তাত কৰিবলগীয়া একোৱেই নাথাকে। নিজৰ ল'ৰাটোক প্ৰথমবাৰৰ বাবে ৰাস্তাৰ কাষৰ পাণ দোকানৰ চুকত চিগাৰেট হুপি থকা দেখি আহি তাৰ মাকৰ আগত তৰ্জন-গৰ্জন কৰি পৃথিবীখন ওলোটাই দিব খোজা বাপেকৰ খঙটোৰ দৰেই এইবোৰ খন্তেকীয়া। সকলো বাপেকেই এদিন পুতেক আছিল। কথাষাৰ বুজাৰ পিছত তৰ্জন-গৰ্জন নিজে নিজেই তল পৰে।

গাঁৱৰে মাজৰ ৰাস্তাটো এৰি বসন্ত চাহু পথৰুৱা ৰাস্তাত উঠিল। লাহে লাহে সন্ধিয়া নামি আহিছে। জয়াল পৰিবেশ। হাট-বজাৰৰ পৰা উভতি অহা, পথাৰৰ পৰা হেৰুওৱা গৰুজনী বিচাৰি অনা, চহৰৰ চাকৰিৰ পৰা দেৰীকৈ উভতি অহা, জৰুৰী কামত ইঘৰ-সিঘৰ কৰা দুই-চাৰিজনত বাহিৰে ৰাস্তাত তেনেকৈ মানুহ নাই। দুয়োকাষে মুকলি ধাননি পথাৰ। চেপ্তেম্বৰ মাহ। সেউজীয়া ধাননিৰ ওপৰেদি বাগৰি অহা ৰিব্‌ৰিব বতাহে সোঁ-সোৱনি শব্দ

তুলিছে। ৰাস্তাৰ দাঁতিত ক'ৰবাত দুই এজোপা কল গছ, বগৰী গছ। ঠায়ে ঠায়ে বাঁহনি। বতাহত সেইবোৰ কঁপিছে। দূৰে দূৰে থকা গাঁৱৰ জুপুৰিবোৰত টিমিক-ঢামাক চাকিৰ পোহৰ। কঁচুবনি, আমতল, বকবা চুক আদি গাঁওবোৰত এতিয়াও বিজুলীৰ পোহৰ পৰা নাই আৰু পৰিলেও সেয়া সৰস্বতী পূজাত পুৰোহিতে ফুল-তুলসী চটিওৱাৰ দৰে। দুজন এজনৰ মূৰত পৰে, সৰহ ভাগেই কিবা এটা পৰিছে বুলি অনুভৱহে কৰে। বসন্ত চাহইঁতৰ সৰু চহৰখনত যিটো ফালে এতিয়া নতুনকৈ মানুহ বহিছে, তাত দুবছৰ আগতেই লাইটৰ কানেক্‌চন হ'ল। মাজে মাজে লাইটবোৰ বিজুলী ঢেৰেকণিৰ দৰে জ্বলে, চিকমিকায়। আকৌ কেৰাচিনৰ চাকিৰ টিমিক ঢামাক পোহৰত লাজ পায়ে বোধহয় লাইটবোৰ নুমাই থাকে। এবাৰ নুমালে বহুদিনলৈ মুখ নেদেখুৱায়।

আন্ধাৰ ঘন হৈ আহিছে। বসন্ত চাহ চাইকেলৰ পৰা নামিল। পেণ্টৰ পকেটত থকা টৰ্চ লাইটটো উলিয়াই ল'লে। দুই বেটাৰীৰ সৰু টৰ্চ। পিছফালৰ সাফলখন খুলি বেটাৰী দুটা ঠিকে ঠিকে আছে নেকি এবাৰ পৰীক্ষা কৰি চুইচটো টিপি চালে। আছে। কালি নে পৰহিহে কিনিছে বেটাৰী দুটা। আন্ধাৰত টহ টহ কৈ জ্বলিছে। বেক্‌পকেটত ৰখা বস্তুটোও এবাৰ চাই ল'লে। ঠিকে আছে। তেওঁ পুনৰ চাইকেলত উঠিল। আৰু বৰ বেছি ২০ মিনিটৰ ৰাস্তা। কাঠৰ ভঙা দলংখন পাৰ হৈ কেকুৰিটো ঘূৰিলেই চহৰখনৰ ৰাস্তাত উঠিব। সিফালে কোনো চিন্তা নাই। সকলোবোৰ চিনাকি।

আচলতে তেওঁ চিন্তা তেনেকৈ কৰাই নাছিল। কৰা হ'লে মাক আৰু পত্নী নিৰ্মালিয়ে ইমানকৈ হকা-বধা কৰা সত্ত্বেও এনেদৰে আবেলি পৰত পাঁচ-ছয় কিলোমিটাৰ দূৰৈৰ কঁচুবনি গাঁওলৈ তেওঁ ওলাই নাহিলহেঁতেন। বসন্ত চাহৰে যিখন প্ৰাথমিক স্কুলত শিক্ষকতা কৰে সেইখন স্কুলৰে হেডমাষ্টৰ মহেন্দ্ৰ হাজৰিকা। কাইলৈ ডি. পি. ই. পি.ৰ অফিচাৰ আহিব। স্কুলত মিটিং আছে, কিবা কিবি বিষয়, আঁচনি আদি সম্পৰ্কে আলোচনা হ'ব। খবৰটো দেবীকে পালে বসন্ত চাহই। কি কৰা যায়? কাইলৈ দেওবাৰ। খবৰ নপঠিয়ালে হেডমাষ্টৰ অহাৰ প্ৰশ্নই নুঠে। এইবোৰ কথা আনৰ আগত কৈ পঠাৱও

অসুবিধা, চা-চিনাকি মানুহো নাই। বস্। দৌৰা-দৌৰিকৈ কাপোৰ পিন্ধি, চাইকেলখন উলিয়াই দুয়োটা চকাত পাম ঠিকে-ঠাকে আছে নেকি চাই লৈ তেওঁ পেদেলত ভৰি থলে আৰু মহেন্দ্ৰ মাষ্টৰৰ ঘৰ গৈ ওলাল। হেডমাষ্টৰ একপ্ৰকাৰে আচৰিত হ'ল। কথাটো জৰুৰী যদিও আপুনি অকলে এনেদৰে গধূলি পৰত আহিব নালাগিছিল। পুৱা আহিলেও হ'লহেঁতেন। ইয়াৰ পৰিস্থিতিও ভাল নহয়। দুটা এটা মাৰ-পিটৰ ঘটনা ঘটি আছে। কোনে কাক কেতিয়া কি কৰে কোৱা টান। মানুহে মানুহৰ মুখলৈ নাচায়।

মহেন্দ্ৰ হাজৰিকাই তেওঁক বহু কথাই কৈ গ'ল। এইবোৰ বৰ বেয়া কথা, বৰ ঘৃণনীয় কথা হৈছে বুজিছেনে। শ শ বছৰ পূৰ্বে অহা মানুহবোৰ কেতিয়া কেনেকৈ অনা-অসমীয়া হৈ যায় বুজিকে নাপাও। আচলতে এইকুৰা বিভেদৰ জুই কোনোবাই বেয়া মতলব লৈ জ্বলাইছে। চাব, এই জুই নাথাকে। দুদিনতে নুমাব। এইবোৰ ফটা কাগজৰ দমত ভৌ-ভৌকৈ জ্বলা জুই। অসাৱধান হ'লে তাৰ জুয়ে পুৰিব পাৰে। যাওক বাৰু সেইবোৰ। আপুনি দেৰী কৰিব নালাগে। ৰাতি-বেলি অকণ গা বচাই ফুৰা ভাল। হাজৰিকাই ঠিক কথাই কৈছে। সূৰ্যৰ পৰা দূৰত্ব বাঢ়ি যোৱা মানেই হেনো ৰাতি। আমাৰ অন্তৰৰ বুজাবুজিৰ দূৰত্ব বাঢ়ি যোৱা বাবেই বোধহয় সমাজত পোহৰ কমি আহিছে। চাহবে মনতে কথাখিনি পাগুলিয়াই চালে।

আন্ধাৰে ইতিমধ্যে পথছোৱা গিলি ধৰিছে। সোঁহাতত টৰ্চটো লৈ আনখন হাতেৰে চাইকেলৰ হেণ্ডেলৰ বেলেঞ্চ ৰাখি কিছু ধীৰ গতিত বসন্ত চাহ আগবাঢ়ি আছে। বৰষুণ বা ৰ'দৰ বতৰত এহাতেৰে ছাতিটো লৈ আনখন হাতেৰে চাইকেল চলোৱা অভ্যাস তেওঁৰ আছে। পিছে ৰাতিৰ আন্ধাৰত, তাকো কাচিৎহে অহা-যোৱা কৰা পথত এনেদৰে এহাতেৰে হেণ্ডেল ধৰি বেলেঞ্চ ৰখা অসুবিধা হয়। উপায় এটাই। ঘনাই বেলটো বজাই থাকিব লাগে যাতে ৰাস্তাৰ মানুহ দুনুহ দূৰৈৰ পৰাই কাষ চাপিব পাৰে। শিলগুটি নাই যেতিয়া কেঁচা ৰাস্তাত সহজে চাইকেলৰ চকা পিচলি নাযায়। সৰু সৰু গাঁতবোৰেহে চিগদাৰী কৰে। পানী বান্ধি থাকিলেতো আৰু মস্কিল। চাইকেল বৈ যাব

খোজে। এই কেইদিন বৰষুণ তেনেকৈ নাই। ৰাস্তা শুকানে আছে।

দুয়োখন হাতেৰে চাইকেলৰ হেণ্ডেলত ধৰি কিছু জোৰ দি কাঠৰ দলংখনত উঠো উঠো হৈছেহে মাত্ৰ। কাষৰ বাঁহনি ডবাৰ পৰা এটা তীব্ৰ পোহৰ আহি বসন্ত চাহুৰ চকুত পৰিল। তেওঁ থমকি উঠিল। সৰ্বশৰীৰ থক থককৈ কঁপিবলৈ ধৰিলে। হাতদুখন থৰক বৰক হৈ পৰিল আৰু চকুৰ পচাৰতে চাইকেলসহ তেওঁ উবুৰি খাই পৰি গ'ল। লগে লগে হাতৰ টৰ্চ লাইট, চকুৰ চছমা চিটিকি পৰিল। সোঁহাতৰ কিলাকুটি আৰু কঁকালত বিষ অনুভৱ কৰিলে। তেওঁ উঠিবলৈ যত্ন কৰি মূৰটো তুলি পোহৰটোৰ ফালে চালে। হয়। বাঁহনি জোপাৰ কাষেৰে পথাৰৰ পিনৰ পৰা অহা সৰু লুৰলুৰীয়া ৰাস্তাটোৰে মানুহ দুজন তেওঁৰ ফালে আগুৱাই আহিছে। সিহঁতে দৌৰাৰ নিচিনা কৰিছে। তেন্তে কি সঁচাকৈয়ে বসন্ত চাহুৰ জীৱনৰ.....। নাই, তেওঁ কিবা এটা কৰিব লাগিব। পেণ্টৰ জেপত হাত ভৰাই তেওঁ শিয়ৰি উঠিল। নাই। তেওঁতো ঘৰৰ পৰা আহোঁতে ঠিকেই লোৱা মনত পৰে। আছিল। মহেন্দ্ৰ মাষ্টৰৰ ঘৰৰ পৰা চাইকেলত উঠাৰ আগমুহূৰ্ততো বস্তুটো পকেটত আছিল। বাগৰি পৰাৰ লগে লগে তেন্তে আত্মৰক্ষাৰ শেষ সম্বলকণো......। আন্ধাৰতে তেওঁ মাটিত খেপিয়াবলৈ ধৰিলে। ক'ব নোৱাৰাকৈয়ে বাগৰি থকা চাইকেলখনত আৰু এটা খুন্দা খালে। লগে লগে তেওঁ দেখিলে মানুহ দুজনে দৌৰি আহি দুয়ো দুয়োফালে থিয় হৈ তেওঁক লাহে লাহে মাটিৰ পৰা তুলি ধৰিছে। এজনে টৰ্চটো মাৰি লগত থকা গামোচাখনেৰে চাহুৰ চোলা-পেণ্ট আৰু গাৰ ধূলি-বালিবোৰ জোকাৰি দিলে।

'ক'ৰবাত বেছিকৈ দুখ পালে নেকি?' এজনে সুধিলে। 'এইখিনিতে গাত এটা আছিল। তাতেই চাইকেলৰ চকা সোমাই গ'ল চাগে।' আনজনে ক'লে।

চাহু মনে মনে ৰ'ল। টৰ্চৰ পোহৰত দেখিলে দুজন সবল সুঠাম ডেকা ল'ৰা। ইহঁতে মানুহ মাৰিব নাজানে। মৰম কৰিব হ'লে জানে। তেওঁৰ গাৰ কঁপনিটো লাহে লাহে কমি আহিল। ডেকা ল'ৰা এজনে তেওঁৰ চাইকেলখন তুলি এবাৰ লৰাই চৰাই চাই ক'লে— 'ঠিকে আছে।' আনজনে চছমা আৰু

টৰ্চ লাইটটো বিচাৰি আনি তেওঁৰ হাতত দি ক'লে— 'আপোনাৰে নহয় জানো?'

'চছমাৰ গ্লাছ এখন ভাঙিল। গাৰ দুই এঠাইত অলপ চলপ ছালো গৈছে। ঘৰলৈ গৈ কিবা এটা লগাব।' চাহুৰ গাত তৰ্চটো মাৰি ডাক্তৰে ৰোগী পৰীক্ষা কৰাৰ দৰে চাই চাই ডেকা এজনে ক'লে।

'আপুনি কিবা বিচাৰি থকা যেন লাগিছিল। আৰু কিবা বস্তু হেৰাল নেকি?' আনজন ডেকাই সুধিলে। বসন্ত চাহু ক্ষন্তেকৰ বাবে তেনেই অপ্ৰস্তুত হৈ পৰিল। তেওঁ কি ক'ব? তেওঁৰ পকেটত থকা পইচাখিনি, ৰুমালখন ঠিকেই আছে। বস্তু এটা হেৰাল। আচলতে তাৰ প্ৰয়োজন আছেনে? কওঁ নকওঁকৈ তেওঁ ক'লে— 'বস্তু এটা অৱশ্যে হেৰাল।'

'কি, মানিবেগ নেকি?' ইফালে সিফালে টৰ্চটো মাৰি ডেকা এজনে সুধিলে।

'নহয়, এখন ছুৰী।'

'কি?' দুয়োজন ডেকাই ইজনে সিজনৰ মুখলৈ চাই একেলগে কৈ উঠিল।

'সঁচা। পিছে সেইখনৰ প্ৰয়োজন আৰু নাই। মই আজি নিৰাপত্তাৰ এখন নতুন ছুৰী পালো। সেয়া লোৰে নহয়, প্ৰেম, মানৱতা আৰু বিশ্বাসৰ ধাতুৰে গঢ়া।'

কথাখিনি কৈয়ে বসন্ত চাহু চাইকেলত উঠিল। টৰ্চ নজ্বলোৱাকৈয়ে তেওঁ সন্মুখৰ পথছোৱা পোহৰ হৈ উঠা যেন পালে।

---

# সুহৃদ

একাবেকা, ওখোৰা-মোখোৰা বাটেৰে বহুদূৰ বাটকুৰি বাই অহা এক ক্লান্ত পথিকৰ দৰে চকীখনত বহি আছে দীনবন্ধু বৰুৱা। হাতত জ্বলি থকা চিগাৰেটটোত মাজে মাজে দুই এটা টান মাৰি ধোঁৱাখিনি শূন্যলৈ এৰি দি একান্তমনে তেওঁ এৰি অহা দিনবোৰৰ মাজত বুৰ যাবলৈ যত্ন কৰিছে। কিহৰ পৰা কেনেকৈ যে কি হৈ গ'ল। ভাবি ভাবি তেওঁ কোনো আঁত উলিয়াব পৰা নাই। এনে লাগিছে তেওঁ যেন ৰে'লৰ আলিৰ দাঁতিত বহি থকা এটা সৰু ল'ৰা। চকুৰ সন্মুখেদি পাৰ হৈ যোৱা ৰে'লখনলৈ চাই চাই তাৰ ডবাবোৰ গণিবলৈ যত্ন কৰিছে— এক-দুই-তিনি-চাৰি। শেষলৈ গাড়ীখনৰ গতিবেগৰ বাবে চকু কেইটা জলমল কৰিছে আৰু হঠাতে ইমান কষ্টেৰে কৰা হিচাপটো ক'ৰবাত খেলিমেলি হৈ গৈছে! সামান্য হতাশাত মনটো ভাগি পৰিব খুজিলেও আত্মবিশ্বাসত অনুমান এটা কৰি লৈছে— হয়, পোন্ধৰটাই হ'ব।

অলপ আগতে বেৰত ওলমি থকা ঘড়ীটোৱে দিনৰ এঘাৰ বজাৰ সংকেত দিছে। ঘৰখন তেনেই নিমাও মাও। পত্নী তৰুলতা পাগঘৰত ব্যস্ত। আৰু ই অম্লান, ক'ৰবালৈ ওলাই গৈছে নিশ্চয়! সন্মুখৰ ৰাস্তাটোৰে পাতলীয়াভাৱে

দুই এখন ৰিক্সা, চাইকেল আৰু গাড়ী-মটৰ পাৰ হৈ গৈ আছে। অফিচত নিশ্চয় ইতিমধ্যে ব্যস্ততা আৰম্ভ হৈছে! এৰা হ'বই। কলিংবেলৰ ক্রিং, ক্রিং, দুৱাৰৰ কেৰকেৰণি, টাইপ ৰাইটাৰৰ খট্খটনি, কাপ-প্লেটৰ ঠন্ঠননি, টেলিফোনৰ ৰিং ৰিং 'হেল্লো হেল্লো, হয় হয়' আহঃ কি যে মধুৰ কোলাহল। আৰু আজি এয়া কি অসহ্যকৰ নীৰবতা! এটাৰ পিছত এটাকৈ ফাইলবোৰ হাতত লৈ কোনোৱে আজি তেওঁৰ ওচৰলৈ আহি কোৱাহি নাই— ছাৰ, মোৰ প্ৰভিডেন্ট ফাণ্ডৰ হিচাপটো অলপ চাই দিব নেকি, পাৰিলে লোন এটা, এয়া ছাৰ তিৱাৰী এণ্ড চন্সলৈ লিখা লেটাৰখনৰ ড্ৰাফট্ অকণমান চাই দিলে আজিয়ে পঠাব পাৰোঁ, হেৰি নহয় শইকীয়া, আমাৰ বেলেন্সচিটৰ কাম কিমান আগবাঢ়িছে— ব'ৰ্ডৰ মিটিঙত দাখিল কৰিবই লাগিব। নাই, তেওঁ ক'তো চহী কৰিবলগীয়া হোৱা নাই, ড্ৰাফট্ চাবলগীয়া হোৱা নাই, বেলেন্সচিটৰ বাবে মূৰ ঘমাব লগীয়া হোৱা নাই। জীৱনত হোৱা অদ্ভুত ধৰণৰ অভিজ্ঞতাৰ ফাইলবোৰ মেলি মেলি তেওঁ সম্পূৰ্ণ নিৰ্বিকাৰ, উদাসীন আৰু নিঃসঙ্গভাবে চকীখনত বহি আছে। ৰাতিপুৱাৰ পৰা গধূলিলৈকে তেওঁৰ এতিয়া এটাই কৰ্ত্তব্য— বাৰান্দাৰ এচুকৰ চকীখনত বহি পোৱা-নোপোৱাৰ হিচাপ কৰা। কৰ্মজীৱনত সুদক্ষ একাউটেন্ট, একাউন্টচ্ অফিচাৰ হিচাপে খ্যাতি থকা দীনবন্ধু বৰুৱাৰ নিজৰ জীৱনৰ হিচাপটো কোনখিনিত ভুল হ'ল বাৰু? জীয়াই থাকিবলৈ আচলতে কোনটো পথ শুদ্ধ?

দীনবন্ধু বৰুৱাই জীৱনত কাহানিও কাকো ফাঁকি দিয়া, অন্যায় কৰা মনত নপৰে। আৰু দুনীৰ্ত্তি? এই জনপ্রিয় শব্দটোৰ সৈতে তেওঁ অহৰহ সংগ্ৰাম কৰি আহিছে, মাটি-বাৰী, ঘৰ-দুৱাৰ, সা-সম্পত্তি কৰাৰ বাবে হাতলৈ অহা তেনেই সহজ সুযোগবোৰক তেওঁ দুৰ্ভাগ্যৰ তালিকাত স্থান দিছে। আৰু এয়া তাৰেই পুৰস্কাৰ নেকি? হ'ব পাৰে। আচলতে হ'ব নোৱাৰে বুলি ভবাটোৱেই কিজানি তেওঁৰ ভুল!

বি.এ. পাছ কৰি উঠি এদিন সাধাৰণ কেৰাণী হিচাপে চাকৰিত সোমাইছিল দীনবন্ধু বৰুৱাই। চৰকাৰী প্ৰতিষ্ঠানৰ চাকৰি। আন দহজনৰ দৰে

তেওঁ কিন্তু একে ঠাইতে বৈ নাথাকিল। তেওঁ জীৱনৰ লগত হাৰ মানিব নিশিকিলে। কাম আৰু কাম। কামৰ মাজেদি, দক্ষতাৰ মাজেদি এদিন দীনবন্ধু বৰুৱা বহুতৰ বাবে দাদা, বৰবাবু আৰু ছাৰ হৈ গ'ল। ইতিমধ্যে তেওঁৰ অকলশৰীয়া জীৱনলৈ তৰুলতা আহিল, এদিন তিনিটা ল'ৰা-ছোৱালীৰ পিতৃ হোৱাৰ গৌৰবো তেওঁ অৰ্জন কৰিলে। ক'ব নোৱাৰাকৈয়ে তেওঁৰ দুয়ো কাণৰ ওপৰৰ চুলিখিনিয়ে ৰূপালী ৰং ল'লে, কপালখন সম্পূৰ্ণ উদং হৈ তাত কিছুমান বক্ৰৰেখাৰ সৃষ্টি হ'ল। কোবাল গতিত বৈ থকা যেন এখন নদী, বান আহিছে, গড়াখহনীয়া হৈছে, বালিচৰ পৰিছে, সুঁতি সলাইছে। তথাপি নদী বৈ যোৱা নাই। নিৰবচ্ছিন্ন তাৰ গতি। নিজৰ কৰ্মব্যস্ত জীৱনটোক কেতিয়াবা এনেদৰে তুলনা কৰি বৰুৱাই আত্মগৌৰৱৰ হাঁহি এটা সাঁচি ৰাখিছিল। কিন্তু সেই হাঁহিটো অকস্মাৎ ক'ত জানো হেৰাই গ'ল! মোহনা পোৱাৰ আগমুহূৰ্তত নদীয়ে আকৌ এক পাকঘূৰণি কিয় খাব লগা হ'ল তেওঁ ঠিক বুজিব পৰা নাই। আচৰিত, সততাৰ দাম ইমান বেদনাদায়ক হ'ব পাৰেনে, ক্ষমতা আৰু লোভে মানুহক ইমান তললৈ নমাব পাৰেনে?

কামটো তেওঁ কৰা নাই। তেওঁ হাজাৰবাৰ ক'ব, তেনে এটা কাম কৰাৰ তেজ তেওঁৰ নাই। সেইটো তেওঁৰ চহী নহয়, তাক জাল কৰা হৈছে। কথাটো সকলোৱে জানিব লাগিছিল, জনা উচিত আছিল। আচলতে এয়া তেওঁৰ বিৰুদ্ধে দুজনমান বিষয়া কৰ্মচাৰীৰ এক পৰিকল্পিত ষড়যন্ত্ৰ। দহ হাজাৰ টকাৰ চেকখন ভঙাই টকাখিনি তেওঁ নিজে! নাই, নাই, যি কথা তেওঁ সুদীৰ্ঘ ত্ৰিশ বছৰে ভাবিব নোৱাৰিলে, তেওঁক সৰু ঘৰটোৰ চাৰিওকাষে থিয় হৈ থকা ওখ ওখ ঘৰবোৰে ভাবিবলৈ নিশিকালে, অৱসৰৰ আগমুহূৰ্তত তেনে এটা কাম তেওঁ কৰিব? অসম্ভব।

ঘটনাটোৰ পিছত এতিয়ালৈকে দীনবন্ধু বৰুৱাৰ মনৰ তালিকালৈ কেবাজনো ব্যক্তিৰ নাম আহিছে। কিন্তু সন্দেহ! সন্দেহ বোলা কথাটোও বৰ ভাল নহয়। তথাপি, কোনে কৰিব পাৰে এই কামটো— হৰেন বৰা, ধীৰেন ভৰালী, দেবানন্দ কাকতি, শুক্ৰেশ্বৰ মেধি? হ'ব পাৰে নহ'বও পাৰে; কিন্তু

কোনোবাই যে কৰিছে এইটো ঠিক। তেওঁৰ সন্দেহৰ তালিকাৰ এই আটাইকেইজন মানুহৰ লগত তেওঁ বহু বছৰ একেলগে উঠা-বহা কৰিছে। পিয়ন বিনন্দৰ দ্বাৰা কটাৰীখন খুজি আনি প্ৰয়োজনত এখন তামোল দুভাগ-তিনিভাগ কৰি খাই সুখ-দুখৰ সমভাগী হৈছে। ছোৱালী দুজনী উলিয়াই দিয়াৰ সময়ত কোনো কোনোৱে অলপ-চলপ পা-পইচাৰে সহায়ো কৰিছে। তেনে স্থলত এই মানুহ কেইজনে পদোন্নতি, দুৰ্নীতি কৰাৰ বাটটো নিষ্কণ্টক কৰাৰ অভিপ্ৰায়েৰে তেওঁৰ মূৰত এনে এক ভয়ংকৰ অপমান, অপবাদৰ বোজা জাপি দিব পাৰিলে কেনেকৈ?

অবসৰ ল'বলৈ এবছৰতকৈ কেইটামান দিনহে বেছি আছিল দীনবন্ধু বৰুৱাৰ। তেওঁ বহুদিন কল্পনা কৰিছিল সেই দিনটোৰ, যিদিনা তেওঁ শেষবাৰৰ বাবে অফিচত বহিব। তেওঁৰ বাবে এখন বিদায় সভা হ'বনে? হ'ব হ'ব, নিশ্চয় হ'ব। দীনবন্ধু বৰুৱাৰ বিদায় সভা উপলক্ষে এম. ডি. য়েও নিশ্চয় কাৰ্যালয়ত অৰ্দ্ধছুটি ঘোষণা কৰিব। ডাঙৰ ডাঙৰ আলমীৰা আৰু জাপ ফাইলৰ মাজৰ পৰা মাতি নি ধূপকাঠি, ফুলদানি, শৰাই আদিৰে সজোৱা টেবুল এখনৰ সন্মুখত তেওঁক বহিবলৈ দিয়া হ'ব। কৰ্মচাৰী সন্থাৰ ছেক্ৰেটাৰী পবিত্ৰ কলিতাই সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিব। কোনোবাই তেওঁৰ ডিঙিত এডাল ফুলৰ মালা পিন্ধাই দিব। মানুহবোৰৰ কোনো কোনোৱে নিশ্চয় তেওঁৰ কৰ্ত্তব্যনিষ্ঠাৰ কথা এবাৰ হ'লেও ক'ব। আৰু শেষত এটা ছাতি, এখন গামোচা, এডাল লাঠি, এখন শৰাই বা তেনে জাতীয় কিবা এটা লৈ তৃপ্তি আৰু বিষাদ মিশ্ৰিত হাঁহিৰে তেওঁ ঘৰলৈ উভতিব। গৈয়ে তৰুলতাক ক'ব— 'হেৰা, আহিলো দিয়া, ঘৰৰ ল'ৰা ঘৰলৈ। এতিয়া আৰু অফিচৰ হুকুম নচলে, তোমাৰ হুকুম চলিব হ'বতো?' কিন্তু নহ'ল। সকলোবোৰ ওলট-পালট হৈ গ'ল। অফিচটোকে নিজৰ ঘৰ বুলি ভাবি প্ৰয়োজনবোধে ৰাতিপুৱা ন বজাৰ পৰা সন্ধিয়ালৈকে কাম কৰি পত্নী, সন্তানৰ দায়িত্ব পাহৰি যোৱা দীনবন্ধু বৰুৱাই শেষত অসৎ, দুৰ্নীতিপৰায়ণ আদি বিশেষণ লৈ ঘৰলৈ উভতিবলগীয়া হ'ল। ইয়াতকৈ ডাঙৰ দুৰ্ভাগ্য কাৰোবাৰ জীৱনলৈ আহিব পাৰে বুলি দীনবন্ধু বৰুৱাই বিশ্বাস নকৰে।

চাৰি দিনৰ ছুটীৰ পিছত অফিচলৈ যাওঁতে ঘটনাটো যেতিয়া প্ৰথম তেওঁৰ দৃষ্টি গোচৰলৈ অনা হয়, দীনবন্ধু বৰুৱা নিৰ্বাক, নিস্পন্দ হৈ পৰিছিল। প্ৰচণ্ড বেগেৰে গৈ থকা গাড়ী এখনত হঠাতে ব্ৰেক মাৰি দিয়াত সি ভাৰসাম্য হেৰুৱাই আলি কেকুৰিত লুটি খাই পৰাৰ দৰে জীৱনৰ প্ৰায় শেষ কেকুৰিটোত দীনবন্ধু বৰুৱাই এনেদৰে লুটি খাই পৰিব লাগিব, এয়া তেওঁৰ সপোনৰো অগোচৰ আছিল। এম. ডি.ৰ লগতে অন্যান্য বিষয়াসকলেও হেনো দুদিন আগতেহে কথাটো গম পালে। পাৰ্টিৰ নামত চেক ইচ্যু কৰা দেখুওৱা হৈছে অথচ পাৰ্টিয়ে কৈছে চেক তেওঁলোকে পোৱাই নাই। ইপিনে বেংকত চেক ভঙোৱা হৈছে। ৰহস্যটো ইমানেই। এম. ডি. নিৰুপায়, লগে লগে খবৰটো মন্ত্ৰী লেভেললৈ গ'ল আৰু সাময়িকভাৱে প্ৰকৃত দোষী ধৰা নপৰালৈকে, এনকুৱাৰি শেষ নোহোৱালৈকে, দীনবন্ধু বৰুৱাক কামৰ পৰা নিলম্বিত কৰা হ'ল। পিছ দিনাখনৰ বাতৰি কাকতেতো এটা খবৰ ছপা হ'ল— 'ধন আত্মসাৎ কৰাৰ অভিযোগত চৰকাৰী নিগমৰ বিষয়া নিলম্বিত।'

আগতে এনেধৰণৰ বহুতো খবৰ বাতৰি কাকতত পঢ়ি 'দেশখন গ'ল, মানুহবোৰ গুচিল' বুলি ভোৰভোৰোৱা দীনবন্ধু বৰুৱাই এই খবৰটোৰ কথা শুনিলেহে, পঢ়াৰ সাহস নহ'ল। বাতৰিটোৰ প্ৰতিক্ৰিয়া ক'ত, কি ধৰণৰ হ'ব পাৰে তেওঁ ভালদৰে জানে। কাৰ মুখত সোপা দিব? সেইবাবে আজি চাৰিমাহে দীনবন্ধু বৰুৱাই বাজলৈ ওলোৱা নাই। বাৰান্দাৰ এই চকীখনত বহি বহি দুই এখন পুৰণি কিতাপ, আলোচনী আৰু বাতৰি কাকতত চকু ফুৰাইছে, ঘনে ঘনে চিগাৰেট হুপিছে, তৰুলতাই আনি দিয়া চাহকাপ খাইছে আৰু বৰ বেছি বাগিচাত থকা ফুল কেইজোপাৰ ওচৰে পাজৰে গজা সৰু সৰু বনবোৰ উভালি ড্ৰেইনৰ সিপাৰে থকা খালটোত পেলাই থৈ আহিছে। আচলতে অন্যায়, অপযশৰ এক প্ৰচণ্ড আঘাতে মানুহজনক বোবা কৰি পেলাইছে। বিয়া দি উলিয়াই দিয়া ডাঙৰজনী ছোৱালী নমিতা আহিছিল— মঙ্গলদৈৰ পৰা। ভৰি চুই সেৱা কৰি যাবলৈ ওলোৱাৰ দিনাখনহে তেওঁ জানিলে, তাই হেনো এসপ্তাহ থাকিল। সৰুজনী ছোৱালী বিজিতাই বোকাখাতৰ পৰা চিঠি এখন

লিখা বুলি তৰুলতাই তেওঁক কৈছে। তাই হেনো পূজাৰ সময়ত এপাক আহি যাব। তাত বাহিৰে খবৰ-খাতি কৰিবলৈ তেনেকৈ কোনো অহা নাই। আচলতে মানুহবোৰে তেওঁৰ মুখ চাবলৈ নে তেওঁ মানুহবোৰৰ মুখ চাবলৈ লজ্জাবোধ কৰিছে, দীনবন্ধু বৰুৱাই ঠিক ধৰিব পৰা নাই। কিন্তু, তেওঁ এটা কথা ভালদৰে জানে, এই দুৰ্দিনত বন্ধু-বান্ধৱ, আত্মীয়-স্বজনে তেওঁলৈ সহায়ৰ হাত আগ নবঢ়ায়; কাৰণ ই মানুহৰ ধৰ্ম।

দীনবন্ধু বৰুৱাই মন কৰিছে, ঘটনাটো ঘটাৰ দিনাখনৰ পৰা আনকি পত্নী তৰুলতায়ো মুখামুখিকৈ তেওঁক এষাৰ কথা কোৱাৰ সাহস গোটাব পৰা নাই। চুবুৰীৰে নামঘৰটোলৈ যাওঁতে তেওঁক বা আকৌ কিমানে কি কৈছে কোনে জানে? তেওঁৰ একমাত্ৰ পুত্ৰ অম্লানে কিন্তু মনে মনে থকা নাই। ক্ষোভ নে খং তেনে কিহবাৰ বশৱৰ্তী হৈ তেওঁ শুনাকৈ সি মাকক এদিন স্পষ্ট ভাষাৰে কৈছে— 'দেউতাই সৎ হৈ থাকি ইমান বছৰে কি কৰিলে, আমাক কি দিলে, কি শিকালে। এতিয়া তেওঁৰ বাবে আমিও বাজলৈ ওলাব নোৱাৰা হ'লো। মানুহৰ মাজত কত বু-বু, বা-বা।' তেওঁ পুতেকক ওচৰলৈ মাতি আনি ক'ব পৰা নাই, বুজাব পৰা নাই— সঁচা কোনটো, মিছা কোনটো। আচলতে অম্লানৰ বাবে, তৰুলতাৰ বাবে, তেওঁৰ ছোৱালী দুজনীৰ বাবে দীনবন্ধু বৰুৱাই একো কৰিব নোৱাৰিলে সঁচা, কিন্তু সিহঁতে বাহিৰলৈ ওলাব নোৱৰা, লোকে বু-বু, বা-বা কৰিব পৰা ধৰণৰ কামো কিন্তু তেওঁ কৰা নাই। দীনবন্ধু বৰুৱাৰ ওচৰৰ পৰা আজি পত্নী, পুত্ৰ, কন্যা, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলো আঁতৰি যাব পাৰে। যাওঁক। দীনবন্ধু বৰুৱাই তাৰ বাবে অকণো বেজাৰ নকৰে। কাৰণ সমগ্ৰ বিশ্বৰ ওচৰত মূৰ তুলি কথা ক'বলৈ সাহস দিব পৰা তেওঁৰ পৰম সুহৃদ সততা এতিয়াও তেওঁৰ সমগ্ৰ সত্ত্বা জুৰি বিয়পি আছে।

# প্ৰদৰ্শনী

সাত বন কাতি কৰি থৈ অবশেষত মই গুৱাহাটী পালোহি। চিঠিখন পাই মই বৰ দোধোৰ মোধোৰ অৱস্থাত পৰিছিলো। বিষয়টো বিশেষ জৰুৰী নাছিল। পিছে মা'ই বৰ জোৰ দি ক'লে— 'তাই ইমানকৈ কৈছে যেতিয়া যাচোন এপাক। বস্তুখিনিও নি, খবৰ এটাও কৰি আহ। আৰু গুৱাহাটীত বোলে আজিকালি বৰ ডাঙৰ বিহু হয়, বিহু চাম চাম বুলি কৈয়ে থাক দেখোন, এই সুযোগতে চায়ে আহচোন এপাক।'

মা'ৰ ওপৰত কথা কোৱাৰ সাহস মই এতিয়ালৈকে গোটাব পৰা নাই। গতিকে 'আইৰো বাৰ্ত্তা, গঙ্গাৰো যাত্ৰা' কৰাৰ মানসেৰেই মই গুৱাহাটী পালোহি। মনৰ মাজত গুৱাহাটী ভ্ৰমণ কৰাৰ লাভ-লোকচানৰ অংক এটা কৰি চাই দেখিলো উত্তৰটো মোৰ সপক্ষে বয়। এৰা, কথাটো বৰ বেয়া নহয়। প্ৰায় ডেৰশ কিলোমিটাৰ মান আঁতৰত আছোঁ যদিও গুৱাহাটীত বিহুমেলা চোৱাৰ সৌভাগ্য বা দুৰ্ভাগ্যই বোলক— সেই কামটো মোৰ দ্বাৰা এতিয়ালৈকে সমাপন কৰা হোৱা নাই। কাগজত বৰ বৰ হৰফেৰে ছপা কৰা বা-বাতৰি পঢ়োঁ। গুৱাহাটীৰ বিহুতলীৰ ঢোল-পেঁপা গগনাৰ মাতে হেনো

আকাশ-বতাহ ৰজন-জনাই থাকে। অসমৰ বাৰে-ৰহণীয়া সংস্কৃতিৰ মেলা বহে হেনো তাত। গতিকে এক গুলীত দুই চিকাৰ কৰাৰ লোভ সামৰিব নোৱাৰিলো। ভাবিলো, বস্তুখিনিৰ লগতে মাহীদেউৰ খবৰ লোৱা হওক আৰু লগতে নয়ন ভৰি ভৰি গুৱাহাটীৰ উখল-মাখল লগা, দেহ-মন উজান-ভাটী কৰা অতিকৈ চেনেহৰ ৰঙালী বিহুটিও চোৱা হওক। লগে লগে মই এটা খৰতকীয়া সিদ্ধান্ত লৈ পেলালো আৰু পুৱাৰ প্ৰথম বাছখনতে উঠি দুপৰীয়া গুৱাহাটী পালোহি।

বিহুৰ দুদিন আগতে মাহীদেউৰ পৰা চিঠি এখন পালোঁ। বিশেষ একো লিখা নাই। ঘৰুৱা খা-খবৰ লৈছে। মা'ৰ একেবাৰে লগত যোৱা বিধৰ বুকুৰ বিষটো মাজে মাজে এতিয়াও উঠি থাকে নেকি, দেউতাৰ চাকৰিৰ ট্ৰেন্সফাৰৰ কথাটো কি হ'ল (কোৱা বাহুল্য যে চাৰিবছৰ মান হ'ল, দেউতাই চাকৰিৰ খাতিৰত ঘৰ-বাৰী এৰি প্ৰবাসী হৈছে। ওপৰৱালাৰ ওচৰত জয়দেউ কাকুতি-মিনতি কৰিও ঘৰৰ ওচৰ চাপিব পৰা নাই), মই ইণ্টাৰভিউ দি থৈ যোৱা চাকৰিটোৰ বৰবাবুৰ লগত হেনো মহাদেৱে কথা পাতিছে, মানুহজন হেনো বেছ উদাৰ, মোৰ বাবে হেনো কিবা এটা কৰাৰ আশ্বাস দিছে, পইচা-পাতি তেওঁ তেনেকৈ একো নলয়, মাত্ৰ মাননী হিচাপে মানুহে অলপ-চলপ যাচে, বস্ ইমানেই। এই কথাখিনি প্ৰথমতে লিখিছে। শেষৰ ফালে 'দঢ়াই দঢ়াই' শব্দ দুটা লগাই লিখিছে, মানে মোক একপ্ৰকাৰ টানি অনুৰোধ জনাইছে, মই যেন সাত-বন কাতি কৰি থৈ হ'লেও বস্তুখিনি লৈ প্ৰথম বিহুৰ দিনাখন পুৱাৰ ভাগতে গৈ গুৱাহাটী পাওঁ। গতিকে মোৰ গুৱাহাটী যাত্ৰাৰ সূচনা এই দৰেই হ'ল।

স্কুল শিক্ষক ককাদেউতাৰ (মা'ৰ ফালৰ) ছোৱালী দুজনীয়ে আছিল— মা আৰু মাহীদেউ। মা'ৰ পঢ়াশুনা খুব এটা নহ'ল। তাৰ কাৰণ এইটো নহয় যে মা'ৰ মগজুটো ভাল নাছিল। মোৰ এয়া একুৰি পাঁচ বছৰ বয়সৰ অভিজ্ঞতাৰে ক'ব পাৰোঁ, মা' বেছ বুদ্ধিমতীয়ে আছিল। পিছে ককাদেউতাই

হেনো গাভৰু ছোৱালী ঘৰত পুহি ৰখা আৰু একুৰা জ্বলা জুই বুকুত বান্ধি ৰখা একেটা কথা বুলি ভাবিবলৈ আৰম্ভ কৰিলে। আৰু সেয়েহে হাইস্কুলৰ নৱম শ্ৰেণী'তে হোমৰ গুৰিত বহুৱাই, গাত মাহ-হালধি সানি চৰকাৰী অফিচৰ ৰৰকেৰানী মোৰ শ্ৰদ্ধেয় দেউতাৰ লগত মাক সুখ-দুখৰ সঙ্গী কৰি উলিয়াই দি ককাদেউতাই জুই একুৰা আঁতৰ কৰিলে। দ্বিতীয় জুইকুৰা, অৰ্থাৎ মাহীদেউক আঁতৰ কৰোঁতে পিছে ককাদেউতাক কিছু সময়ৰ প্ৰয়োজন হৈছিল। কাৰণ ইতিমধ্যে ডাঙৰ মামাজনে পঢ়ি শুনি চাকৰি লৈ ঘৰখনলৈ পইচা অহাৰ বাটটো সুগম কৰিছিল আৰু তেখেতৰ পৰামৰ্শ মতেই হেনো ককাদেউতাই ভাবিবলৈ লৈছিল যে— ছোৱালী মানেই মাক বাপেকৰ বোজা নহয়। চাকৰি কৰক বা নকৰক, জীৱনটো সুন্দৰ কৰিবলৈ হ'লে পুৰুষ-নাৰী উভয়ৰে বাবে শিক্ষা-দীক্ষা অপৰিহাৰ্য। ককাদেউতাৰ এনে সুমতিৰ সুযোগ লৈ, আইতাৰ আলাসৰ লাড়ু, মামাইঁতৰ মৰমৰ একেবাৰে সৰু ভনীয়েক আজলীয়ে, মানে মোৰ মাহীদেৱে স্কুলৰ ডেওনাখন কথমপি পাৰ হৈ কলেজৰ মিঠা মিঠা লগা উদঙীয়া বছৰো দুই-তিনিটামানে উপভোগ কৰিলে। শেষত যেনিবা মামাৰ বন্ধুবৰ, চৰকাৰী ঘৰৰ ডাঙৰ চাকৰিয়াল মহাদেৱে তেওঁক নি গৃহবন্দী কৰিলে। মা'ই কোৱা শুনিছোঁ, মাহীদেউ হেনো একেবাৰে উনৈছত বা বলাহি ডাঙৰ হোৱা ছোৱালী। নামটোহে আজলী, ঘৰুৱা কাম-বনত বাহিৰে বাকী সকলোতে ওস্তাদ। মা'ই কয়, 'ভাগ্য ভাল, তাই চহৰত পৰিল। আমাৰ দৰে গাঁৱত থাকি গৰু-গোহালি, পাকঘৰ, ঢেকীঘৰ, তাঁত-বাটি চাবলৈ হ'লে তাইৰ যে কি আলাই-আথানিখন হ'লেহেঁতেন।'

বাছত যাত্ৰীৰ ভিৰ আছিল যদিও মোৰ পিছে বিশেষ আলাই-আথানি নহ'ল। মা'ই বস্তুখিনি সুন্দৰকৈ টোপোলা এটাত বান্ধি দিছিল। ভিতৰত এটুকুৰা এণ্ডাৰ আৰু দুটা পকা জলকীয়াও দিয়া দেখিলো। মা'ই ক'লে— সেয়া হেনো অসমীয়া মানুহৰ নিয়ম। টোপোলাটো হাতত তুলি দি মা'ই এটা কথা বাৰে বাৰে ক'বলৈ পাহৰা নাছিল— 'হৰমুৰকৈ নাৰাৰি, অলপ সাৱধানে নিবি। যিহে বাছৰ হেঁচাঠেলা, গোটেইখিনি ভাঙি গুৰি হ'ব।' মা'ৰ উপদেশ

শিৰোধাৰ্য কৰি আপ্ৰাণ চেষ্টাৰে বস্তুখিনিক সম্পূৰ্ণ ৰক্ষণাবেক্ষণ দি মই সুকলমেই গুৱাহাটী পালোহি।

মোক পাই মাহীৰ আনন্দে নধৰে হিয়া। একেবাৰে উথপ থপ। মোক কোলাতেই ল'ব নে মাটিতেই থব, এনে এটা অৱস্থাৰ সৃষ্টি হোৱা যেন লাগিল। আনকালে এনে নহয়, এইবাৰ কিয় হ'ল কাৰণটো নুবুজিলো। প্ৰথমতেই মাহীৰ চকু টোপোলাটোৰ ওপৰত। 'ভালে ভালে পালিহি নে, তই বৰকৈ খীণালি দেখোন' জাতীয় বাক্যৰ সলনি মাহীৰ মুখেৰে ওলাল— 'ইস্ ৰাম, তই নাহিবি বুলি মোৰ যে ইমান চিন্তা লাগি আছিল, এতিয়াহে মুখলৈ পানী আহিছে, বস্তুখিনি ভালদৰে আনিছ নহয়?' শুভকাৰ্যত বিলম্বৰ নাহি প্ৰয়োজন' বুলি ভাবি মই সত্বৰে টোপোলাটো মাহীৰ হাতলৈ আগবঢ়াই দি পানী এগিলাচ খুজিলো।

হাঁহি হাঁহি ভিতৰৰ পৰা মহাদেউ ওলাই আহিল। মোৰ কান্ধৰ ওপৰত থাপৰ এটা মাৰি 'কিহে ডেকা ল'ৰা' বুলি মোৰ উত্তৰলৈ বাট নাচাই তেওঁ কাষতে বহি পৰিল। টোপোলাটো ভিতৰত ৰাখি খন্তেক পিছতেই মাহীদেউ আহি পানী গিলাচ যাচি আমাৰ আলোচনাক ত্ৰিপাক্ষিক কৰিলে। কথা-বতৰাৰ পৰা গম পোৱা গ'ল যে দীপ আৰু শিখা (মাহীৰ ল'ৰা-ছোৱালী হাল) বিহুতলীত সাংঘাতিক ধৰণে ব্যস্ত। ভাত-পানী খোৱা দূৰৰে কথা, এই কেইদিন হেনো সিহঁতৰ মৰিবলৈকো সময় নাই। দীপে হেনো কিবা এটা ডিস্কো গীতৰ অৰ্কেষ্ট্ৰাত গীটাৰ বজাব। শিখাৰ হেনো 'মাইজান টাইপৰ' মডাৰ্ণ গীতৰ আইটেম আছে। যি বুজিলো, বিহু সিহঁতৰ গাত ভালকৈয়ে লাগিছে। কিছু সময় ধৰি হকে-বিহকে কিছু কথা শ্ৰাদ্ধ হোৱাৰ পিছত মহাদেৱে ক'লে—

'হেৰা, তুমিও দেখোন বহিয়ে ৰ'লা, অলপ জা-জলপানৰ ব্যৱস্থা কৰা। নহ'লে বিতুৱে অনা বস্তুখিনিৰেইচোন বিহুৰ শুভ উদ্বোধন কৰিব পৰা যায়, নে কি কোৱা?' মই সন্মতিসূচক হাঁহি এটা মাৰিলো। পিছে আমাক আচৰিত

কৰি দি মাহীদেউ জকজকাই উঠিল—

'নাই নাই। সেইটো হ'ব নোৱাৰে। মই ইমান কষ্ট কৰি বস্তুখিনি অনালো, নানিলে যে মহিলা সমিতিত মোৰ নাক-কাণ সোপা কটা গ'লহেঁতেন।'

'হেৰা, ৰিতুৱে অনা বস্তুৰ লগত তোমাৰ মহিলা সমিতিৰ আকৌ কিহৰ সম্পৰ্কহে?' মহাদেউৰ লগতে তেনে ধৰণৰ প্ৰশ্ন এটাই মোৰো মনত খন্তেকৰ বাবে খেলি-মেলি লগাই দিলে।

'আপোনাকনো ইমানবোৰ কেলেই লাগিছে, বিহুতলীত আমাৰ মহিলা সমিতিয়ে এখন প্ৰদৰ্শনী পাতিছে। মই ইমানকৈ ক'লো, তথাপিও বৰুবানীহঁতে জোৰকৈ মোৰ নামটোও তাত সোমাই দিছে। সেই বাবেই মই ৰিতুলৈ চিঠি লিখি বস্তুখিনি অনালো।'

'প্ৰদৰ্শনী? কিহৰ প্ৰদৰ্শনীহে?'

'একেটা কথাকেনো কিয় ইমানকৈ পেৰি থাকে? কিহৰ হ'ব আকৌ— পিঠা-পনাৰ।

মাহীদেউৰ কথাত মহাদেউ আৰু মোৰ চকু-কাণ থিয় হ'ল। ভাবিলো মাহীৰ নাক-কাণবোৰ যে এবাৰলৈ ৰক্ষা পৰিল। পিছে লাজ নে তেনে কিবা এটাত মহাদেউ আৰু মোৰ নাক-কাণবোৰহে কটা যোৱা যেন লাগিল।

---

প্ৰতিধ্বনি/১৯৮৪

# কোন পথে

বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাতে ডাঙৰ ডাঙৰ হৰফেৰে ছপা হোৱা খবৰটোৰ লগত এটা বিশেষ মৃতদেহৰ ছবিখন দেখি মোৰ চকু থৰ হৈছিল যদিও প্ৰথমে বিশ্বাস হোৱা নাছিল। একে চেহেৰাৰ, একে নামৰ কত মানুহ থাকিব পাৰে। কিন্তু বাতৰিটো পঢ়াৰ পিছত, নাম, ঠিকনা, পেছা, কৰ্তব্য স্থান আদি প্ৰতিটো কথাই মিলি যোৱাৰ পিছত মই নিশ্চিত হ'লো— হয়, এয়া ৰহমতেই। ৰহমত হাবিলদাৰ। এনেবোৰ হত্যা, লুণ্ঠন, বিস্ফোৰণৰ খবৰ আমাৰ বাবে এতিয়া নতুন খবৰ নহয়। নিমিষতে চকুৰ আগত ভাঁহি উঠা যেন লাগিল এযোৰ খাকী পোছাক, এখন হাঁহিভৰা মুখ, অবোধ শিশুৰ দৰে কোৱা মানুহজনৰ সেই কথাবোৰ।

সৌ সিদিনাৰ কথা যেন লাগে। ৰহমতক মই লগ পাইছিলো আঠাম্নবৈৰ সাধাৰণ নিৰ্বাচনত। সেয়াই প্ৰথম আৰু শেষ চিনাকি। নিৰ্বাচনী বিষয়াৰ দায়িত্ব পালনৰ বাবে টালি-টোপোলাৰে আমাক বিদায় দিয়া হৈছিল ব্ৰহ্মপুত্ৰৰ বুকুৰ এটা চৰ অঞ্চললৈ। চাকৰি জীৱনত এনে দায়িত্ব আগতেও পালন কৰিছোঁ যদিও সেয়া আছিল এক অস্বাভাবিক পৰিস্থিতিৰ নিৰ্বাচন। সকলোৰে

এক অজান শংকা, দুৰ্ভাবনাত ভুগিছিল। এফালে উগ্ৰপন্থী সংগঠনৰ নিৰ্বাচন বৰ্জনৰ আহ্বান, আনফালে চৰকাৰৰ যুদ্ধৰ দৰে প্ৰস্তুতি। জীৱনৰ নিৰাপত্তা অকল ভি.আই.পি.য়ে নহয়, আমাৰ দৰে সাধাৰণ নাগৰিকেও বিচাৰোঁ। আমাৰ পাঁচজনীয়া নিৰ্বাচনী দলটোৰ একমাত্ৰ নিৰাপত্তা মানে চিকিউৰিটি গাৰ্ডৰ দায়িত্বত আছিল ৰহমত হাবিলদাৰ। এযোৰ খাকী পোছাক, কাণৰ ওপৰৰ ফালে দুয়োকাষে চুলিবোৰ ৰূপালী ৰং ল'বলৈ আৰম্ভ কৰিছে, হাতত এডাল লাঠি, মাজে মাজে সেইডাল কাষলতিৰ তলত চেপি ধৰি চাধা মাৰি খায়— সেইজনেই ৰহমত হাবিলদাৰ। তেৱেঁই আমাৰ চিকিউৰিটি। কাগজে-পত্ৰই পঢ়িছিলো— এৰিয়াতো চেন্‌চিটিভ। ৰহমতক দেখি ওপৰৰ মানুহবোৰৰ চেন্স নোহোৱা যেন ভাব হ'ল। যাৰ নিজৰেই নিৰাপত্তা নাই, সি আকৌ কাক নিৰাপত্তা দিব? ভিতৰি ভিতৰি উঠা তীব্ৰ খণ্ডটো এটা সময়ত নোহোৱা হৈ গ'ল। এৰা, মৃত্যু যদি আহে চিকিউৰিটিৰ ভয়ত পলাব জানো?

ব্ৰহ্মপুত্ৰৰ বুকুৰ মুকলি চৰ। তাত তিনিটা ৰাতি। দুৰ্যোগৰ নে উপভোগৰ আছিল ক'ব নোৱাৰোঁ। এক চেপা উত্তেজনাৰে ভৰা, শিহৰণকাৰী কিন্তু আছিল। দলটোত ময়ে শীৰ্ষ বিষয়া আছিলো। চাকৰিত অধ্যাপক, বয়সতো চিনিয়ৰ। গতিকে বাকী সকলোটিয়ে 'আপুনিয়ে যি কৰে' বুলি 'ছাৰ'ৰ ওচৰত শৰণাপন্ন হৈছিল। ভয় ময়ো খাইছিলো, কিন্তু বাকীবোৰে প্ৰয়োজনতকৈ অলপ বেছি খাইছিল। বাকীবোৰক মোৰ অভিজ্ঞতা, জ্ঞানেৰে বুজাইছিলো— এদিনটো সকলোৰে যাব লাগিব। দুদিনৰ আগ-পিছ। আৰু এই মৰণত লাভো আছে— চৰকাৰে লাখ লাখ টকাৰ সাহায্যৰ কথা ঘোষণা কৰিছে। গোটেই জীৱনটো গেৰাৰী খাটি মৰিলেও আমাৰ বহুতে সেইখিনি টকা নাপাওঁ। তেন্তে ক্ষতি ক'ত, বৰং ল'ৰা-তিৰোতাই সেইখিনি পইচাৰে নিশ্চিত মনে খাই বৈ জীয়াই থাকিব পাৰিব। মোৰ বক্তৃতাই সঙ্গীসকলক আশ্বস্ত কৰিব পাৰিছিল নে নাই নাজানো, কিন্তু তেওঁলোকে চাগে জীৱন, ঘৰ-সংসাৰ, মায়া-মোহৰ পৰা মুক্ত হৈ মোক এটা টকা ঘটা যন্ত্ৰলৈ উত্তৰণ হোৱা প্ৰাণী বুলি ভাবিছিল।

সেই তিনিটা ৰাতি মোৰ বিছনাৰ কাষৰ বন্ধু আছিল ৰহমত। নির্বাচনৰ বেলট বাকচ, দৰকাৰী কাগজ-পত্ৰ, সা-সঁজুলি সকলো মোৰ মূৰ শিতানত। গতিকে স্বাভাৱিকতেই চিকিউৰিটি ৰহমত মোৰ কাষত। বাকীবোৰ খাই-বৈ সোনকালে শুৱে। শুৱে মানে তাত কৰিবলগীয়া একোৱেই নাথাকে। বেলিটো পৰিলেই অন্ধকাৰ নামে। এই সৰু লেম-চাকিৰ টিমিক-টামাক পোহৰত তাচ খেলিব নে কিবা এটা পঢ়িব। পঢ়িবলৈ পাবওনো কি? মনো নাথাকে। বাঁহ, খেৰ, ইকৰা, মৰাপাটৰ ঠাৰিৰে সজা জুপুৰি ঘৰবোৰত দুটা এটা চাকি দেখা পাওঁ। দুটা এটা কুকুৰৰ ভুকভুকনি শুনো। দহমান বজালৈ দুটা এটা ডেকা ল'ৰাই কান্ধত ৰেডিঅ' লৈ ঢাকা চেণ্টাৰৰ পল্লী গীত শুনে। আৰু এটা সময়ত সকলো নির্জনতাত ডুব যায়। ৰাতিটো হাতীটো হৈ আহে। নাযায়, নুপুৱায় যেন লাগে। বাকীবোৰ টোপনিত লালকাল দিয়াৰ পিছত বহু ৰাতিলৈকে, মাতবোৰ সৰু হৈ নহালৈকে ৰহমত আৰু মই কথা পাতিছিলো। সি বেছ তজবজীয়া মানুহ। নাইট ডিউটি কৰি কৰি ৰাতি আৰু দিনৰ পাৰ্থক্য পাহৰা মানুহ।

ৰহমতে শুনাইছিল তাৰ 'পুলিচী' জীৱনৰ বহু কথা। তাৰ ঘৰ বাইহাটা চাৰিআলিৰ সিফালৰ এখন সৰু গাঁৱত। নামটো পাহৰিলো। বাপেকে পঢ়াব নোৱৰা বাবে মেট্ৰিক পাছ কৰাৰ পাছত উপায় নাপাই সি এদিন পুলিচত সোমাল। তেতিয়া ঘোচ-ঘাচ একো নিদিয়াকৈয়ে সি চাকৰিটো পাইছিল। তাৰ মতে বৰ লেতেৰা চাকৰি, মানুহ মানুহ হৈ থাকিব নোৱৰা চাকৰি। মই তাক বুজাইছিলো— 'পুলিচত বেয়া মানুহ থাকিব পাৰে, কিন্তু পুলিচ হোৱাটো দোষণীয় হ'ব নোৱাৰে? বৰং ই এটা অতি দায়িত্বপূৰ্ণ কাম'

'নহয় ছাৰ। মানে আমাৰ কামটো এনে নহয়— আপোনাৰ 'চব্বিশ ঘণ্টাই ডিউটি, হোৱাই-নোহোৱাই, য'তে ত'তে চালাম থুকতেই যায়। তাতো আপত্তি নাছিল, কিন্তু হকে-বিহকে ওপৰৱালাৰ গালি— ক'ত মৰিছিলি, বৰ চাহাবৰ ঘৰত এইটো দি আহ, সেইটো দি আহ, অলপ পলম হ'লেই— তোক চাহাবৰ ঘৰৰ পৰা আহোঁতে কেইদিন লাগে, চাকৰি কৰিবলৈ আহিছ,

যা চাহ আন, ফাইলটো দি থৈ আহ, এম.এল.এ. ছাৰৰ ঘৰত বাৰ্থ দে আছে, তহঁত দুটা তাতে থাকিবি। মুঠতে ছাৰ কৈছোঁ নহয়, একেবাৰে লাগবান্ধ নোহোৱা ডিউটি। ইয়াক আপুনি চাকৰি বুলি কয় নেকি?

সি অলপ বেছি চিৰিয়াচ হৈ পৰা যেন দেখি আলোচনাৰ গতি সলনি কৰিবলৈ মই তাক আকৌ সুধিছিলো— 'তহঁতৰতো বেছ বাহিৰা পইচা আছে।'

'এহ ছাৰ, কিবা এটা আহে আৰু। নাহিলে দৰমহাৰ পইচাৰে চলিবও নোৱাৰি নহয় ছাৰ। ইফালে ধাৰ, সিফালে ধাৰ।'

'হ'লেও মাহত কিমান মাননো আহে?'

'ইচ্ ছাৰ, আপুনি জানেই দেখোন, ফুটা কলহত ক'ত পানী জমে?'

ধেমালি কৰি আন এদিনাখন ৰাতি মই সুধিছিলো— 'হেৰি নহয় ৰহমত, তহঁতৰ থানাবোৰত দেখোন আজিকালি একো একোটা শিৱ মন্দিৰ দেখা পাওঁ, পুলিচৰ লগত শিৱৰ কিবা গোপন সম্পৰ্ক আছে নেকি অ'?'

'হেঃ হেঃ হেঃ। ছাৰবো যে আৰু কথা। মই সেইবোৰ একো নাজানো। শিৱৰাত্ৰি পাতে, জানেইতো ছাৰ, সবে অলপ-চলপ স্ফূৰ্তি কৰে, খায়।'

তাৰ উত্তৰত মই পুনৰ ধেমালি কৰিছিলো— 'আচলতে কথা কি জান? তহঁত পুলিচবোৰে চোৰ, ডকাইত, মদাহী, জুৱাৰী, ভণ্ডুৱাসকলক ধৰি আনি লক্‌আপত ৰাখ নহয়?'

'ৰাখোঁ ছাৰ, ভাল পিটনো দিওঁ।'

'হা, তাতেইতো আচল কথাটো আছে। এই মানুহবোৰ শিৱৰ ভক্ত। ভক্তক কোনোবাই অত্যাচাৰ কৰা দেখিলে ভগৱানে জানো সহ্য কৰি থাকিব? সেইবাবেই শিৱক সন্তুষ্ট ৰাখিবলৈ থানাই থানাই শিৱমন্দিৰ, বুজিলি?'

মোৰ ৰসখিনি বুজিব নোৱাৰি ৰহমতে শেষত হয়ভৰ দিছিল— 'হ'ব পাৰে ছাৰ।' পুলিচ হ'লেও তেনেই ভোলা, সহজ-সৰল মানুহ। নহ'লেনো সি কয় নে?'

'হেৰি নহয় ছাৰ, আমাৰ ডি.জি. (নিশ্চয় ডি.আই.জি.) চাহাবৰ আদব-কায়দা দেখি দেখি এদিন ময়ো ভাবিছিলো— ডি.জি. হ'ম। অফিচত নহয়, ঘৰত। ল'ৰা-তিৰোতাৰ ওপৰত। সেইমতে হুকুম আৰম্ভ কৰোঁ বেগটো নে, পানী আন, চাহখিনি দিওঁতেই ইমান দেৰি, কি চাই আছ, তামোল আন, যা মায়েৰক ভাত দিবলৈ ক।' প্ৰথম প্ৰথম ঠিকেই আছিল, নিজকে ডি.জি. চাহাব যেন লাগি গৈছিল।'

'পিছত কি হ'ল, ক'চোন।' কথাবোৰ শুনি বৰ আমোদ পাইছিলো।

'কি হ'ব আৰু ছাৰ, লাহে লাহে দেখোন ছোৱালীৰ মাকৰ মুখৰ ৰং সলনি হৈ আহিল আৰু এদিন কৈয়ে পেলালে— 'আপুনিনো ইমান ঘনে ঘনে কি আহি থাকিব লাগে, দৰমহাৰ পইচা কেইটা দেখোন বেলেগৰ হাতত বা মণি অৰ্ডাৰ কৰি দিলেই হয়।'

মই হাঁহিত ৰ'ব পৰা নাছিলো। 'তাৰ পিছত তই কি ক'লি?'

'কিনো কম ছাৰ, ক'লো— মোৰ এইখিনি খেচ্‌খেচনিয়ে তহঁতৰ সহ্য নোহোৱা হ'ল; আমাৰ ডি.জি. চাহাবৰ বাংলাত ডিউটি পৰিলে চব্বিশ ঘণ্টাই আমি এইবোৰকে হজম কৰোঁ। হ'ব দে। বস্। সিদিনাৰ পৰাই মই ডি.জি. হোৱাৰ আশা এৰিলো।'

ভোট গ্ৰহণৰ ৰাতিপুৱা। সকলোৱে সোনকালে উঠি, চাহ-পানী খাই ভোট কেন্দ্ৰলৈ মানে ভঙা-ছিঙা চাল-বেৰ নথকা স্কুলখনলৈ যোৱাৰ প্ৰস্তুতি চলাইছোঁ। এনেতে সকলোকে আচৰিত কৰি ৰহমতে ক'লে— 'ছাৰ উগ্ৰপন্থী অহা যেন দেখিলেই আপোনালোকে মোক পিছফালে ঠেলি দিব।'

'ই আকৌ কেনে কথা? তই আমাৰ চিকিউৰিটি, আগতহে থাকিব

লাগিব।' মই ক'লো।

'নহয় ছাৰ, গুলিটো সকলোতকৈ আগে মোৰ বুকুতহে লাগিব, এই পোছাকযোৰৰ বাবে। গতিকে মোক অকণমান সময় দিব, তলত চিভিলযোৰ থাকিবই। যাব লগা আছে যদি অকলে কিয় যাওঁ ছাৰ।' এইবাৰ আমি নাহাঁহি নোবাৰিলো।

পিছে ভবা ধৰণৰ একো নহ'ল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ পৰা কোনো উগ্ৰপন্থী নাহিল। জাকে জাকে মুনিহ-তিৰোতাবোৰ আহি শাৰী পাতি পাতি ভোট দিলে। নিৰ্বাচন গৈ গ'ল। হৰা-জিকা হৈ থাকিল, ৰহমত, কাকতি, শইকীয়া, ডেকা, হুছেইন মাষ্টৰ আটায়ে সুকলমে ঘৰ পালোহি। যোৱা দিনবোৰত কোনোৱে কাৰো খবৰ লোৱা নাই। আৰু আজি ডি.আই.জি. চাহাবৰ ওপৰত উগ্ৰপন্থীয়ে চলোৱা অতৰ্কিত আক্ৰমণত গুলীত থকা-সৰকা হৈ পৰি থকা ৰহমত আৰু আন দুজন হাবিলদাৰৰ ছবি ৰাজ্যখনৰ বাতৰি কাকতবোৰৰ প্ৰথম পৃষ্ঠাত ছপা হ'ল। তেনেই স্বাভাৱিক হৈ পৰা ঘটনা। ঘটি আছে, ঘটি থাকিব। এনে বহু ৰহমতৰ পত্নীয়ে অকাল বৈধব্যক আকোঁৱালি ল'ব, সিহঁতৰ পৰিয়ালত বাঢ়ি আহিব খোজা ভৱিষ্যতৰ কুঁহিবোৰ লেৰেলিবলৈ আৰম্ভ কৰিব, দিশহাৰা হৈ পৰিব। কোনোবাই হেৰুৱাব পুতেকক, কোনোবাই পিতৃক, বৰ কৰুণ, বৰ মৰ্মান্তিক সেই দৃশ্য।

কথাবোৰ ভাবিহে আছোঁ। একো কৰিব পৰা নাই। শুনিছোঁ বন্দুকবোৰ হেনো মানুহৰ কল্যাণৰ বাবেই, শান্তিৰ বাবেই, উন্নতিৰ বাবেই হাতত লোৱা হৈছে। যদি সেয়ে হয়, তেন্তে ৰহমতৰ দৰে পুতলা হৈ থকা নিৰপৰাধী জীৱবোৰৰ হত্যাই কাৰ কল্যাণ সাধন কৰিছে? সকলোৰে এটা সুন্দৰ ভৱিষ্যতৰ বাবে বন্দুকটো থৈ বিবেকৰ অস্ত্ৰ সাজিব নোৱাৰিনে?

---

সাপ্তাহিক সময়/১৯৯৯

# প্ৰেম

ঠিক এই বিষয়বস্তুৰ ওপৰত গল্প এটা লিখাৰ মোৰ যি পৰিকল্পনা, সি ঠিক ভাৰতবৰ্ষৰ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ দৰেই। ৰাস্তা-ঘাট হ'ব, ডাক্তৰখানা হ'ব, ঘৰে ঘৰে বিজুলী বাতিয়ে চকু টিপিয়াব, পথাৰত পানী, সাৰ যোগান ধৰি শইচেৰে দেশ নদন-বদন কৰা হ'ব, আৰু ক'ত কি যে নহ'ব! সময়ত দেখিব সব্ ফুটুকাৰ ফেন। তদ্ৰূপ মোৰো অৱস্থা। প্লট তথা পাত্ৰ-পাত্ৰী নিৰ্বাচন, কোনখিনিত নায়িকাই নায়কক বিট্ৰে কৰিব আৰু কোনখিনিত ট্ৰেজেদি নামি আহিব আৰু কোনখিনিত কেনেকৈ গল্পৰ পৰিসমাপ্তি ঘটিব, সকলো ফাইনেল। পিছে সময়ত হয় সেই পঞ্চবাৰ্ষিক পৰিকল্পনাৰ দৰে অৱস্থা। এদিন হৈ-চৈ কৰি আহি ৰাস্তাৰ দাঁতিত দহটামান লাইটৰ খুঁটা আৰু কেইটামান শিলগুটি পেলাই থৈ দুবছৰে আৰু খবৰ নকৰাৰ দৰে দহশাৰীমান লিখি উঠাৰ পিছত মোৰো 'কাৰেণ্ট' হয়তো দুবছৰলৈ বন্ধ। মুঠ কথা প্ৰেমৰ গল্প এটা লিখাৰ মোৰ যি চিন্তা আৰু প্ৰচেষ্টা সি এতিয়াও কাৰ্যকৰী হৈ উঠা নাই।

গল্প মই লিখিছোঁ। স্কুলত, কলেজত, বিশ্ববিদ্যালয়ত আৰু শেহতীয়াভাৱে কৰ্ম জীৱনতো। পিছে কলেজ-বিশ্ববিদ্যালয়ৰ কেণ্টিনৰ খুচুৰা প্ৰেম, জালুকবাৰীৰ

ৰঙা ৰঙা কৃষ্ণচূড়া, লুইতৰ পাৰৰ মিঠা মিঠা মাদকতা ভৰা সন্ধিয়া, কলেজ-বিশ্ববিদ্যালয়ৰ সপ্তাহ ইত্যাদি বিষয়লৈ কোনোদিনে গল্প লিখা নহ'ল।

প্ৰেমৰ কাহিনীও মই পঢ়িছোঁ। ডাণ্টে-বিয়েট্ৰিচ, ৰোমিঅ'-জুলিয়েট, উষা-অনিৰুদ্ধৰ স্বৰ্গীয় প্ৰেমৰ পৰা আৰম্ভ কৰি বৰ্তমানৰ 'তোমাক নাপালে ডিডিত চিপজৰী ল'ম' বুলি ভুৱা প্ৰতিজ্ঞা কৰা ডেকা-গাভৰুলৈকে। অকল পঢ়াই নহয়, বহুতক প্ৰেম সাগৰত ডুব গৈ জোলোকে জোলোকে পানী খাই উবাদিহ নোপোৱা অৱস্থাতো মই লগ পাইছো। বিশ্ববিদ্যালয়ত পঢ়োঁতে লগ পাইছিলো অঞ্জনক। কাবেৰীৰ লগত তাৰ কি গভীৰ প্ৰেম! দুয়ো যেন অভিন্ন আত্মা! 'বুজিছ ৰাজু, জীৱনত বহু ছোৱালী লগ পাইছো, কাবেৰী সঁচাকৈয়ে এক্‌চেপশ্যন। মানে ব্যতিক্ৰম। তাইৰ তুলনা নাই.......।' অঞ্জনে মোক এদিন কৈছিল। দুয়োকে দেখি অনুমান কৰিছিলো, ভগৱানে কৰিলে ইহঁত দুয়ো নিঃসন্দেহে এহাল সুখী দম্পতি হ'ব।

প্ৰায় চাৰি বছৰৰ পিছত হঠাৎ গুৱাহাটীত এদিন অঞ্জনক লগ পাই গ'লো।

'হাৰে অঞ্জন, কি খবৰ, কাবেৰীৰ ভালতো?'

'বাদ দে অ' কাবেৰী-চাবেৰী। আহ আহ, কেণ্টিনত বহোঁ।'

'বাদ দে মানে, তহঁতৰ বিয়াখন?'

'সব্ কম। ইমান অধৈৰ্য হৈছ কিয়? আহ।'

তাৰ পিছত কেণ্টিনত বহি প্ৰায় দুঘণ্টা ধৰি সি শুনালে তাৰ প্ৰেমৰ অন্তিম পৰ্ব। তথাকথিত হিন্দী কথাছবিৰ প্ৰেম কাহিনী নহয়। এক এক্‌চেপশ্যন? বিয়োগান্ত। এম.এ. পাছ কৰা বেকাৰ এটাৰ লগত বিয়া হ'বলৈ কাবেৰীৰ হেনো মূৰ নষ্ট হোৱা নাছিল আৰু ককায়েকৰ বন্ধু কোনোবা এজন ইঞ্জিনিয়াৰৰ লগত তাই এতিয়া মধুৰ দাম্পত্য জীৱন-যাপন কৰিছে। শিলঙত।

'বুজিছ ৰাজু, সাপৰ লগত খেলিবি, তথাপি জীৱনত ছোৱালীৰ লগত।" চিগাৰেটৰ ধোঁৱাখিনি কুণ্ডলী পকাই শূন্যলৈ এৰি দি চাৰি বছৰৰ আগৰ জালুকবাৰীৰ সন্ধিয়াৰ সেই এক্‌জন অঞ্জনে ছোৱালী সম্পৰ্কে মোক আৰু এখন নতুন চাৰ্টিফিকেট দিলে।

এদিন ভাবিছিলো, অঞ্জন আৰু কাবেৰীৰ কাহিনীক লৈয়ে গল্প এটা ৰচনা কৰোঁ, ভবাই নহয়, পৰিকল্পনা কৰিছিলোৱেই। মই ঠিক কৰি পেলাইছিলো— মোৰ গল্পৰ নায়কে এখন নতুন সমাজ গঢ়াৰ সংকল্প ল'ব। তাত ধন-গৌৰৱক লৈ, মানুহৰ জীৱনক লৈ কাহানিও দৰদাম নহ'ব। প্ৰেম হৈ ৰ'ব চিৰজ্যোতিষ্মান। যুগে যুগে। পিছে মোৰ পৰিকল্পনাত হঠাতে হেঙাৰ আহি পৰিল। পাঠকে এইবোৰ পেনপেনিয়া ডেকা-গাভৰুৰ প্ৰেমৰ কাহিনী বুলি লেই লেই, ছেই ছেই কৰিব পাৰে বুলি মনে মনে ভয় এটা সোমাল আৰু তেতিয়াই পৰিকল্পনা স্থবিৰ হৈ গ'ল।

ক'ৰবাত পঢ়িছিলো— সাৰ্থক সাহিত্য সৃষ্টিৰ বাবে হেনো লিখকসকলৰ অভিজ্ঞতাৰ পথাৰখন অলপ বহল হ'ব লাগে। কথাষাৰ সঁচা কিজানি! কিয়নো সঁচা কথা ক'বলৈ হ'লে মই আজিলৈকে কাৰো প্ৰেমত পৰা নাই আৰু মোৰ প্ৰেমৰ গল্প ৰচনাত অকৃতকাৰ্যতাৰ সিও এটা কাৰণ হ'ব পাৰে। মাজে মাজে মন যায়, ময়ো এবাৰ নামি চাওঁ নেকি, মাছ মাৰিব নোৱাৰিলেও পানীখিনিতো ঘোলা কৰিব পাৰিম। প্ৰেম হেনো 'দিল্লী কা লাড্ডু' 'জো খায়েগা ৱহী পস্তায়েগা' আকৌ 'জো নহী খায়েগা, ৱহী ভী পস্তায়েগা।' গতিকে নাখাই পস্তোৱাতকৈ খাই-বৈ পস্তোৱাই ভাল নেকি? কেতিয়াবা আকৌ ভাবো, প্ৰেম হেনো স্বৰ্গীয়। গতিকে আমি নৰ-মনিষেনো তাক মৰতলৈ আনি ধূলি-বোকা সানি মিছাতে লেতেৰা কৰোঁ কিয়? থাকক সৰগতে।

নোটৰ বহীৰ মাজত 'চিঠি' নামৰ দুটা আখৰৰ সৰু কাগজৰ টুকুৰাত কিবাকিবি লিখি আৰতি নামৰ ছোৱালী এজনীয়ে হাইস্কুলৰ দশম শ্ৰেণীতে মোৰ লগত প্ৰেম কাহিনী আৰম্ভ কৰিব খুজিছিল। পিছে মই হোলাৰ ভাই মোলা একেবাৰে ৰামবেল আছিলো হ'বলা। 'তোমাৰ আখৰবোৰ যে ইমান ধুনীয়া পাই, ঠিক তোমাৰ হাঁহিটোৰ দৰে, তুমি আমাৰ তালৈ কিয় নাহা বাৰু, আমাৰ মা'ই তোমাৰ কথা সদায় কৈ থাকে জানা, ইত্যাদি কথাবোৰৰ 'মানে'টো বুজোঁতে বহু দেৰি হৈ গ'ল। মোৰ চকুৰ আগেদিয়ে মূৰত দীঘল ওৰণি টানি এদিন আৰতি বৰা শইকীয়া হৈ গ'ল। এই কাহিনীটোক লৈয়ো

গল্প এটা লিখাৰ কথা চিন্তা কৰিছিলো যদিও সময়ত ফলপ্ৰসু নহ'ল। সাত-পাঁচ ভাবি-গুণি মোৰ দ্বাৰা আৰু প্ৰেমৰ গল্প লিখা নহ'ব বুলি একপ্ৰকাৰ হাত ধুইছিলোৱেই। পিছে আজি দুদিন আগতে হঠাতে আন এটা ঘটনা ঘটি গ'ল।

ৰাতিপুৱাতে মোক বিচাৰি এজনী ছোৱালী আহি আমাৰ ঘৰত হাজিৰ। কথা-বতৰাৰ পৰা বুজিলো— তেওঁ স্থানীয় এখন মহিলা আলোচনীৰ সম্পাদিকা। লাহি দেহৰ তজবজীয়া মাগুৰ মাছৰ দৰে চেহেৰাৰ ছোৱালীজনী। প্ৰথম দৃষ্টিতেই যি কোনো পুৰুষ তেওঁৰ প্ৰেমত পৰি যাব। সম্পাদিকাই হেনো কাকতে-আলোচনীয়ে মোৰ গল্প পঢ়িছে আৰু তাৰে ওপৰত চমুকৈ বক্তৃতা এটা দি ক'লে— যেনে তেনে এসপ্তাহৰ ভিতৰতে তেওঁলোকৰ আলোচনীলৈ গল্প এটা দিব লাগে। গল্পৰ বিষয়বস্তু নাৰী জীৱনক কেন্দ্ৰ কৰি মানে মূলতে প্ৰেমভিত্তিক হ'লে ভাল হয়।

মোৰ অথাই সাগৰত পৰি ইকূল-সিকূল নোপোৱা অৱস্থা হ'ল। কিবা এটা নকৰিলে নাক-কাণ কটা যায় এতিয়া। কিবা এটা কৰাৰ মানসেৰেই পিছদিনা ৰাতিপুৱা কাগজ-কলম লৈ টেবুলত বহিলো। গল্প এটা যেনে-তেনে লিখি উলিয়াবই লাগিব। পৃথিবীত সকলোৱে মন-চিত বুজিলেও নাৰীৰ মহিমা হেনো বুজা টান। নাৰীয়ে পুৰুষক নাকত ধৰি চাকত ঘুৰাইছে, নাৰীৰ প্ৰেমত মহাযুদ্ধও হৈছে। আকৌ ক'ৰবাত নাৰী পুৰুষৰ অত্যাচাৰৰ বলি হৈছে, পুৰুষৰ কিলৰ গাৰুও হৈছে। কাৰ কথা লিখিম বাৰু?

'আমাৰ মুনমুনক লৈয়ে মহা সমস্যা হ'ল জানা।' —দুৱাৰত 'নক্' নকৰাকৈয়ে হঠাৎ মোৰ কোঠালৈ নবৌৰ অনাধিকাৰ অনুপ্ৰৱেশ ঘটিল। আৰু কোনো পাতনি তথা প্ৰসংগ সঙ্গতি নোহোৱাকৈ একে কোবে মুনমুনৰ সমস্যা। কথা নিশ্চয় গুৰুতৰ। মই মনে মনে ভাবিলো।'

'ভাল ভাল বোলোতেই কাল হ'ল বুজিছা। ককায়েৰা আৰু মোৰ মুখ একেবাৰে নষ্ট কৰি দিলে।'

উৰহী গছৰ ওৰ ওলায় এতিয়া। মোৰ গল্পৰ এইটোৱে উপযুক্ত প্লট হ'ব।

কথাষাৰ ভাবি মনটো ভাল লাগি গ'ল। ভাগ্য ভাল যে মই আৰ্কিমিডিচৰ দৰে 'ইউৰেকা ইউৰেকা' বুলি চিঞৰি নিদিলো।

নবৌৱে এফালৰ পৰা ঘটনাৰ আদ্যোপান্ত বিবৰি ক'লে। নবৌৰ সৰু ভনীয়েক মুনমুন। বি.এ. পাছ কৰি ঘৰতে বহি আছে। উজনিৰ মাৰ্ঘেৰিটাৰ ল'ৰা এজনৰ লগত হেনো তাইৰ গভীৰ প্ৰেম। কলেজত পঢ়োঁতে চিনাকি হ'ল, প্ৰথমতে চকুৰ, তাৰ পিছত মনৰ আৰু শেষত 'তুমি মোৰ মই তোমাৰ, এই পৃথিৱীত আৰু দ্বিতীয়জন কোনো নাই', এই জাতীয় প্ৰতিজ্ঞাৰে দুয়ো বান্ধ খাই গ'ল। বহু ডাক্তৰ, ইঞ্জিনিয়াৰ, বেংকৰ অফিচাৰ আদি শেনটোৰ দৰে আহি ফেঁচাটোৰ দৰে উভতি গৈছে। তাই একেষাৰে কৈ দিছে— 'পৃথিৱীত টকাই সব্ নহয়, হ'ব পাৰে বলীন দা কেৰেণী, মই তেওঁক অন্তৰেৰে ভাল পাওঁ।' মুঠ কথা তাই আঁকৰা মৈত উঠিছে আৰু কোনো পধ্যেই তাৰ পৰা নানামে। মানে 'প্ৰাণ যায় পৰ বচন নাযায়।' গতিকে আটায়ে মূৰে-কপালে হাত দিছে। ধনীৰ দুলাৰীৰ সৈতে ৰিক্সাবালাক লৈ কৰা এইখন যেন হিন্দী ছবিৰে আন এটা সংস্কৰণ। ইয়াৰ নামেই বোধহয় প্ৰেম!

ধন্যা হে নাৰী তোমাৰ প্ৰেম। অঞ্জনক কাবেৰীয়ে বিট্ৰে কৰাৰ দৰে তোমাৰ প্ৰেমৰ মোহো যাতে ক্ষণিক যৌৱনৰ মাদকতা উপভোগতে সীমাবদ্ধ নাথাকে।

এইবাৰ সম্পাদিকাক মই নিৰাশ নকৰোঁ। দুই-এদিনৰ ভিতৰতে মই গল্পটো লিখি উলিয়াম। ইতিমধ্যে মই গোটেই ঘটনাটোকে এফালৰ পৰা পৰিকল্পিতভাৱে জুকিয়াই লৈছোঁ।

---

শ্ৰীময়ী/১৯৯৯